BOGABAGHAR PARA an analitical biography of Hiteswar Saikia by Dr. Lakshahira Datta, Reader, Guwahati University Published by Nirman Prakash, Guwahati.

প্ৰথম প্ৰকাশ : জুলাই ১৯৯৩

প্ৰকাশক : নিৰ্মাণ প্ৰকাশ
গুৱাহাটী

মূল্য : ১০০ টকা (পকা বন্ধা)
৩০ টকা (কেঁচা বন্ধা)

মুদ্ৰক : নৱপ্ৰেছ প্ৰাইভেট লিমিটেড
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা - ৬

# উচৰ্গা

অকালতে সন্ত্ৰাসৰ বলি হোৱা নিৰপৰাধ ব্যক্তি সকলৰ

পবিত্ৰ স্মৃতিত এই পুথিখনি অৰ্পণ কৰা হ'ল।

# আগকথা

জীৱনী লিখা কামটো এনেয়েও বৰ কঠিন। ই সহজসাধ্য নহয়। তাতেই ৰাজনৈতিক ক্ষেত্ৰত বিচৰণ কৰা আৰু এটা ৰাজনৈতিক দলৰ নেতৃত্ব বহন কৰি জটিল সমস্যাৰে ভৰপূৰ ৰাজ্য এখনৰ গুৰিয়ালজনৰ বিষয়ে লিখিবলৈ যোৱাটো এটা বৰ টান কাম। তাৰ উপৰি জীৱিত অৱস্থাত এজন লোকৰ জীৱনী লেখা কাম আৰু জটিল। তথাপিও এক কঠিন কাম কৰিবলৈ আগবাঢ়িলো। নিঃসন্দেহে ই মোৰ বাবে এক দুৰ্বাৰ প্ৰয়াস।

কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াদেৱ। বৰ্তমান অসমৰ মাননীয় মুখ্যমন্ত্ৰী। অসমৰ সাম্প্ৰতিক ৰাজনীতিত বহুচৰ্চিত, বহু-আলোচিত ব্যক্তি। তথাপিও তেওঁক উচ্চ আসনত স্থান দিবলৈ মানুহৰ সীমা সংখ্যা নাই। নাই লেখ-জোখ ভালপোৱা মানুহৰ। আমাৰ দৰে ৰাজনীতিৰ লগত অকণো সম্পৰ্ক নথকা লোকে এনে এজন নিপুণ ৰাজনীতিবিদৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাটো, জীৱনালেখ্য এখন লিখিবলৈ চেষ্টা কৰাটো কেৱল কঠিন কামেই নহয়, ধৃষ্টতা যেনেই লাগে।

সন্ত্ৰাস। সন্ত্ৰাস অসমলৈ আহিল। সন্ত্ৰাসৰ বিভীষিকাই অসমৰ জনজীৱন আচ্ছন্ন কৰিলে। শান্তিপ্ৰিয় অসমীয়া লোকৰ মাজত অশান্তিৰ বীজ ৰোপণ কৰিলে। পিছলৈ এই বীজে পোখা মেলি বঘুমলাৰ দৰে অসমবাসীক আৱৰি ধৰিলে। বিশেষকৈ লুইত পৰীয়া বাইজৰ শ্বাসৰুদ্ধ অৱস্থাৰ সৃষ্টি কৰিলে। এনে প্ৰতিকূল পৰিস্থিতিত শইকীয়া হ'ল অসমৰ মুখ্যমন্ত্ৰী। এবাৰ নহয় দুবাৰ'কৈ। দুয়োবাৰে অসমৰ ওপৰেদি প্ৰবাহিত হোৱা ধুমুহাত ক্ষত-বিক্ষত লোকক শান্তিৰ নিৰাময় স্পৰ্শ দি শান্তিৰ বাতাবৰণ সৃষ্টি কৰিবলৈ তেওঁ যত্ন কৰিলে। কৃতকাৰ্যও হৈছে। বহু পৰিমাণে। এই সকলোবোৰ আমি সকলোৱে প্ৰত্যক্ষ কৰিছো। ই শুনা কথা নহয়। কিন্তু আমি জানো সন্ত্ৰাস বিচাৰিছো? মোক যদি কোনোবাই এই প্ৰশ্ন সোধে, মই কম—ওঁহো, কেতিয়াও বিচৰা নাই। এই পৰিস্থিতিত শইকীয়াদেৱৰ বিকল্প নাই বুলিয়ে মই ভাবো। শান্ত ধীৰ স্থিৰ স্বল্পভাষী দয়ালু হৃদয়ৰ শইকীয়াদেৱে সকলো পথৰ দায়িত্ব মূৰ পাতি লৈছে। সৎকৰ্মৰ যোগেদি তেওঁৰ বিৰুদ্ধাচৰণ কৰা লোকসকলক প্ৰত্যুত্তৰ দিছে। ৰাজনৈতিক, আৰ্থসামাজিক দিশত শইকীয়াদেৱৰ দৃষ্টিভংগী, অসমৰ সামগ্ৰিক সমস্যা সমাধানত তেওঁৰ দৃঢ়

পদক্ষেপ, লগতে সবল নেতৃত্ব, ব্যক্তিত্ব আৰু আদৰ্শ-এই সকলোবোৰ আশীৰ দশকটোৰ পৰা অনুধাৱন কৰিবলৈ মই যত্ন কৰিছো। একেৰাহে। সেইকাৰণেই ৰাজনীতিৰ বাহিৰত থাকিও ৰাজনীতিবিদজনৰ জীৱনটো বিশ্লেষণ কৰিবলৈ মই আগবাঢ়িছো। তেওঁৰ কৰ্ম-পদ্ধতিয়ে মোক প্ৰেৰণা যোগাইছে। বাৰুকৈয়ে। এই প্ৰচেষ্টা এদিনৰ নহয়। দীঘদিনীয়া।

এই পুথিখনি লিখি উলিওৱাৰ কাৰণে যোৱা দুটা বছৰে শইকীয়াদেৱক নিচেই ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছো। মাজে মাজে কাগজে-পত্ৰই প্ৰকাশ পোৱা কথাবোৰৰ সত্যতাও অনুসন্ধান কৰিবলৈ চেষ্টা কৰিছো। শইকীয়াদেৱৰ আনৰ প্ৰতি কৰা আচৰণ, তেওঁৰ কৰ্মস্পৃহা আৰু সৰ্বোপৰি তেওঁৰ আদৰ্শ আৰু ব্যক্তিত্ব মই তেওঁৰ সান্নিধ্যত থাকি উপলব্ধি কৰিবলৈ যত্ন কৰিছো। এইবোৰ কৰিবলৈ যাওঁতে অধিক ব্যস্ততাৰ মাজতো শইকীয়াদেৱে মোক বহুখিনি বহুমূলীয়া সময় দিছে। বহু কথা সুধিছো। কোনো বিৰাগ প্ৰকাশ নকৰাকৈ হাঁহিমুখে উত্তৰো দিছে। মই নিজে যি দেখিছো, উপলব্ধি কৰিছো আৰু চৰকাৰী বে-চৰকাৰী নথি-পত্ৰই যি সমল দিছে তাৰ ওপৰত ভিত্তি কৰিয়েই পুথিখনি লিখি উলিওৱা হৈছে।

এই পুথিখনি লিখিবলৈ প্ৰথমে মোক উদগণি দিছিল ভাতৃপ্ৰতিম শ্ৰীমান ৰাজু শৰ্মাই। পিছলৈ সাহিত্যিক শ্ৰদ্ধেয় শ্ৰীযুক্ত শূল শৰ্মাদেৱে মোক সৰ্বতোপ্ৰকাৰে সহায় সহযোগিতা আগবঢ়োৱা কাৰণেহে পুথিখনি সম্পূৰ্ণ হৈ উঠিল। তদুপৰি কিতাপখন যুগুতাই তোলোতে বহুকেইজন লেখকৰ প্ৰকাশিত পুথি আৰু প্ৰবন্ধৰ আলম লোৱা হৈছে। ইয়াৰ ভিতৰত সাংবাদিক সাহিত্যিক শূল শৰ্মাদেৱৰ প্ৰকাশিত 'হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি', 'হিতেশ্বৰ শইকীয়া', 'বগাবাঘৰ বৰবাবু', দিল্লীৰ নবীন সাংবাদিকা ৰেখা বাগছীৰ 'Taming the Tempest', যতীন্দ্ৰনাথ মজুমদাৰৰ 'শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱন-কথা' আৰু অসম চৰকাৰৰ লগতে মিজোৰাম চৰকাৰৰ প্ৰকাশিত অনেক পুস্তিকা উল্লেখযোগ্য। ইয়াৰ উপৰিও বহু লেখকৰ লিখিত ৰচনাৱলীৰ ক্ষেত্ৰবিশেষে সহায় লোৱা হৈছে আৰু প্ৰয়োজন বিশেষে উদ্ধৃতিও দিয়া হৈছে। সেইসকলৰ ওচৰত মই কৃতজ্ঞ হৈ থাকিলো।

পুথিখনি যুগুতাই ছপাৰ উপযোগী কৰি দিয়াত সহায় কৰাৰ কাৰণে ফিৰোজ্বা বেগমলৈ আন্তৰিক ধন্যবাদ যাছিলো।

শেষত পাতনিখন লিখি দিয়াৰ বাবে সাহিত্যিক শূল শৰ্মাদেৱলৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সৰ্বশেষত পুথিখনি অতি কম সময়ৰ ভিতৰতে সুন্দৰকৈ ছপা-বন্ধা কৰি উলিয়াই দিয়াৰ বাবে কলিকতাৰ নৱপ্ৰেছলৈ মোৰ ধন্যবাদ আৰু লগতে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

পাৰ্যমানে নিৰপেক্ষ দৃষ্টিভংগী লৈ লিখিবলৈ চেষ্টা কৰা এই পুথিখনিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লভিলে মোৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।

ড°লক্ষহীৰা দত্ত
গুৱাহাটী বিশ্ববিদ্যালয়

৩০ জুন, ১৯৯৩

# পাতনি

হিতেশ্বৰ শইকীয়া অসমৰ সাম্প্ৰতিক ৰাজনীতিত পৰিচিত নাম। বহু চৰ্চিত বহু আলোচিত। এচাম সমালোচকৰ মতে 'বিতৰ্কিত ব্যক্তি'।

'হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি' নামৰ গ্ৰন্থখনত কৈছিলো 'ভাৰতৰ সাম্প্ৰতিক ৰাজনৈতিক ক্ষেত্ৰত সৰ্বত্ৰচৰ্চিত এটা নামেই নহয়, সামগ্ৰিকভাৱে শইকীয়া সমসাময়িক ৰাজনীতিজ্ঞসকলৰ মাজত উচ্চপ্ৰশংসিত বিচক্ষণ ৰাজনীতিকো। শইকীয়া ধুমুহা ধুপালনিত উৰি যোৱা বিধৰ তৰল অথবা ৰাজনীতিৰ থৈয়া-নথৈয়া ৰণৰ চাকনৈয়াত পাক-ঘূৰণি খাই হাবু-ডুবু খোৱা ৰাজনৈতিক নেতা নহয়। তেওঁ ব্যৱহাৰত মিষ্টভাষী, জটিল সমস্যা সমাধান কৰাত কুশলী আৰু স্ব-বুদ্ধিমত্তাৰে সিদ্ধান্ত লোৱাতো অটল।'

শইকীয়াক কেৱল প্ৰশংসা কৰিবলৈকে তেনেদৰে কোৱা নাছিলো। তেওঁক ৰাজহুৱাভাৱে প্ৰশংসা নকৰিলেও চলে। প্ৰয়োজনো নাই।

'The Week' নামৰ সাপ্তাহিক ইংৰাজী আলোচনী খনেও একেটা কথাকেই কৈছে : "If politics is the art of persuading one's sworn enemies, Hiteswar Saikia has just proved that he has few peers. And for sheer perseverance and manipulative skills, Saikia is a class by himself. If a ray of hope has finally emerged in the darkend horizon of Assam, the credit should go largly to the Chief Minister." প্ৰখ্যাত সাংবাদিক খুশৱন্ত সিঙেও শইকীয়াৰ নেতৃত্বৰ প্ৰশংসা কৰি কৈছে : "This is the kind of Chief Minister other states faced with terrorism should have."

পিছে এতিয়া অশিষ্ট আচৰণ, বাধাহীন উচ্চাকাংখা আদিয়ে প্ৰকৃত সত্যক আবৰি ৰাখিছে। আজি সত্যৰ ওপৰতো অসত্যইহে আধিপত্য বিস্তাৰ কৰিছে। সস্তীয়া জনপ্ৰিয়তা লভিবলৈ সকলোৱে অসত্যৰ আশ্ৰয় লৈছে। উদ্দেশ্য-প্ৰণোদিতভাৱে। অতি কম সংখ্যক মানুহেহে সঁচা কথা কয়। আৰু যিয়ে নিৰ্ভীকভাৱে সঁচা কয় তেওঁহে বিপদত পৰে। নিজকে উৰ্ধত থকা বুলি ভবা বহুতো নেতা, পালিনেতা, বুদ্ধিজীৱী সমন্বিতে সকলোৱে প্ৰকৃত সত্যটোকে ঢাকি ৰাখিবলৈ বিচাৰে। নিজ স্বাৰ্থ পূৰণৰ উদ্দেশ্যে।

হিতেশ্বৰ শইকীয়া অল্পভাষী। ধীৰ-স্থিৰ, গহীন-গম্ভীৰ। ৰাজনীতি কৰা মানুহ

সাধাৰণতে বহুবক্তী। ৰাজ্যশাসনৰ গুৰিয়ালজন অল্পভাষী, মৃদুভাষী হোৱাটো এটা মহৎ গুণ। সেই ফালৰ পৰা বিবেচনা কৰিলে লোকপ্ৰিয় গোপীনাথ বৰদলৈ, বিমলা প্ৰসাদ চলিহাৰ দৰে শইকীয়াও অনন্য।

হিতেশ্বৰ শইকীয়া প্ৰতিভাশালী ৰাজনৈতিক নেতা হয়নে নহয় সেই কথা মই ক'বলৈ নাযাওঁ। সময়ে প্ৰমাণ কৰিব। ভৱিষ্যত বুৰঞ্জীবিদে নিৰ্ণয় কৰিব। মোৰ দৃষ্টিত তেওঁ সকলো শ্ৰেণীৰ মানুহৰ আস্থাভাজন, বিশ্বাসযোগ্য, লগতে নিৰ্ভৰশীল। অৱশ্যে আন্দোলনকাৰী, উগ্ৰ জাতীয়তাবাদী আৰু তেওঁক সততে বিৰোধ কৰি থকা ৰাজনীতিবিদ্ সকলৰ কথা ক'বলৈ যোৱা নাই। ৰাজনীতিত, বিশেষকৈ সংসদীয় ৰাজনীতিৰ ক্ষেত্ৰত থকা নেতাক বিৰোধ কৰা অস্বাভাৱিক নহয়। ই তেনেই স্বাভাৱিক। পিছে শইকীয়াক বিৰোধ কৰা মানুহখিনি তেওঁৰ জোৰৰো নহয়, ফেৰৰো নহয়। সেইফালৰ পৰা চাবলৈ গ'লে তেওঁ নিজকে ভাগ্যবান বুলি ভাবিব পাৰে। জৱাহৰলাল নেহৰুক বিৰোধ কৰা প্ৰধানমন্ত্ৰী পদৰ প্ৰয়াসী চৰ্দাৰ বল্লভভাই পেটেল নেহৰুৰ সমকক্ষ, সমপৰ্যায়ৰ নেতা আছিল। লোকপ্ৰিয় বৰদলৈক বিৰোধ কৰিবলৈ বিচৰা নেতা কোনোজনেই তেওঁৰ সমকক্ষ নাছিল। এতিয়া হিতেশ্বৰ শইকীয়া তেওঁৰ দলটোৰ ভিতৰত অবিসম্বাদী নেতা। তেওঁৰ বিকল্প নাই। তৃণ-মূল পৰ্যায়ত সংগঠন নথকা তেওঁৰ বিৰোধী দলবোৰৰো ভাবমূৰ্তি ক্ৰমান্বয়ে ম্লান হৈ আহিছে। জনমানসত।

'লোকপ্ৰিয় গোপীনাথ বৰদলৈ : ব্যক্তিত্ব আৰু নেতৃত্ব' নামৰ গ্ৰন্থখনত বৰদলৈ সম্পৰ্কে মই এই গুণৰাজিৰ কথা কৈছিলো, "বৰদলৈ ডাঙৰীয়া দয়ালু হৃদয়ৰ পুৰুষ আছিল। পৰৰ দুখ-কষ্ট সহিব নোৱাৰিছিল। পাৰ্যমানে দুখ দূৰ কৰাৰ চেষ্টা কৰিছিল।"

আমাৰ বৰ্তমানৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ গাতো এই কেইটা বিৰল গুণ পৰিলক্ষিত হয়। যি তেওঁক ওচৰৰ পৰা জানে তেওঁ এই কথাত দ্বিমত প্ৰকাশ নকৰিব।

হিতেশ্বৰ শইকীয়াৰ জনপ্ৰিয়তা ? 'হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি' নামৰ গ্ৰন্থখনত সন্নিবিষ্ট কৰা প্ৰবন্ধ এটাত প্ৰবীন সাহিত্যিক ঈশ্বৰ প্ৰসাদ চৌধুৰী ডাঙৰীয়াই লিখিছে : "ৰাজনীতি ক্ষেত্ৰত বিচৰণ কৰা ব্যক্তিসকলৰ জনপ্ৰিয়তা বিচাৰ কৰাৰ এটা উপায় হিচাপে ডি. কে. কৃষ্ণ মেননে কৈছিল : "A great man is known by the number of his enemies."—শত্ৰুৰ সংখ্যাৰ পৰা মানুহ এজন কিমান বিখ্যাত জানিব পাৰি। দুবিধ মানুহৰ শত্ৰু নাই—মৃতলোক আৰু নিষ্কৰ্মা লোক। উদ্যোগী, সাহসী আৰু কৰ্মী মানুহৰ প্ৰশংসাকাৰী থাকে, কিন্তু বেছিকৈ থাকে শত্ৰু, যদিও দুই এজন শত্ৰুৱে নিজৰ স্থিতি বজায় ৰাখিবলৈ

বাহিৰত লোকক দেখুৱাই শত্ৰুতা কৰিলেও অন্তৰেৰে মানুহজনৰ কৰ্মশক্তিক প্ৰশংসাহে কৰে।

জনতা ভৱনত অজস্ৰ মানুহে দেখা কৰে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াক। নিতৌ। দিনে নিশাই। তাৰ ভিতৰত মই নিজেই প্ৰত্যক্ষ কৰিছো তেওঁক সততে বিৰোধ কৰি থকা অনেক ৰাজনৈতিক নেতা, সাংবাদিক, সাহিত্যিক বুদ্ধিজীৱিও আছে।

সুদক্ষ প্ৰশাসক হিচাপে হিতেশ্বৰ শইকীয়াৰ সুনাম আছে। সুচতুৰ ৰাজনীতিবিদ্ ৰূপেও। স্বাধীন অসমৰ দাবীত অলৰ অচৰ হৈ থকা আল্ফাৰ সমস্যাটো সমাধান কৰিবলৈ তেওঁ ভিন্নমুখী ফলপ্ৰসূ নীতি গ্ৰহণ কৰা দেখা গ'ল। এফালে 'ৰাইনো অপাৰেচন' আনফালে আলাপ আলোচনা। আল্ফাই সশস্ত্ৰ সংগ্ৰামৰ পথ পৰিহাৰ কৰি জীৱিত পণবন্দী কেইজনক মুকলি কৰি দি আলোচনাৰ বাট মুকলি কৰিলে। সেইদৰে বড়ো সমস্যাটোৰো সমাধানৰ পথ মুকলি কৰিছে বিচক্ষণতাৰে। কাৰ্বি সমস্যাটোৰো।

মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ বিষয়ে বহুদিনৰ আগতেই কৈছিলো : "হিতেশ্বৰ শইকীয়া এনে এজন মানুহ যিজনৰ সকলো প্ৰতিভা আৰু দূৰদৃষ্টি দুৰ্যোগ বিপৰ্যয়ৰ সময়তহে প্ৰকাশ পায়। দুৰ্যোগ বিপৰ্যয়ৰ প্ৰতি তেওঁৰ হেনো বিশেষ দুৰ্বলতা আছে, সেইবোৰ নাথাকিলে তেওঁৰ বিচক্ষণতা আদিৰ প্ৰমাণ দিয়াৰ সুযোগ নাথাকে।"

এইবাৰো অসমৰ আটাইতকৈ দুৰ্যোগ বিপৰ্যয়ৰ সময়তহে দ্বিতীয়বাৰৰ বাবে হিতেশ্বৰ শইকীয়া আকৌ মুখ্যমন্ত্ৰী হ'ব লগা হৈছে।

শ্বেক্সপীয়েৰে ক'বৰ দৰে—"Uneasy lies the head that wears a crown."

হিতেশ্বৰ শইকীয়াই শান্তিৰে এটা দিনো অতিবাহিত কৰিব পৰা নাই। মুখ্যমন্ত্ৰী হোৱাৰে পৰা।

বগাবাঘ চাহ-বাগিচা। উজনি অসমৰ এইখন চাহ-বাগিচাতেই বৰ-কেৰাণী আছিল প্ৰয়াত হলধৰ শইকীয়া। তেখেতৰ কৰ্মময় জীৱনৰ ওপৰতে এখন জীৱনী পুথি উলিয়াইছিলো— 'বগাবাঘৰ বৰবাবু।' সেইখন আওহতীয়া চাহ-বাগিচাতেই জন্ম গ্ৰহণ কৰিছিল মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই। সেয়েহে বোধকৰো ড'ংলক্ষহীৰা দত্তই লিখা বৰ্তমানৰ বিশ্লেষণাত্মক জীৱনালেখ্য খনৰ নাম ৰখা হৈছে—'বগাবাঘৰ পৰা'।

শিক্ষাবিদ ড'ংলক্ষহীৰা দত্ত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰীডাৰ, মেধাবী অধ্যয়নপুষ্ট দত্ত এগৰাকী বিদুষী মহিলা। এওঁৰ দৰে প্ৰখৰ বুদ্ধিমত্তাৰ হাস্যময়ী মহিলা মই অসমত কমেই লগ পাইছো। যোৱা আঠ-ন মাহে তেওঁ যি কঠোৰ পৰিশ্ৰম

কৰি এই পুথিখন প্ৰস্তুত কৰিছে সেইকথাটো পঢ়ুৱৈয়ে নিজেই অনুভৱ কৰিব পাৰিব। ড°সূৰ্যকুমাৰ ভূঞাৰ 'আনন্দৰাম বৰুৱা'ৰ জীৱনীখনৰ পিছতেই এইখন জীৱনী পুথিৰ স্থান হ'ব বুলি মোৰ ধাৰণা। জীৱনী পুথি এখন লিখিবলৈ হ'লে যাৰ বিষয়ে লিখা হয় সেই ব্যক্তিজনৰ প্ৰতি আকৰ্ষণ থাকিব লাগিব। শ্ৰদ্ধাও। তাৰ উপৰিও বহুতো সমল গোটাব লাগে। বহু তথ্য উদ্‌ঘাটন কৰিব লাগে। লক্ষহীৰাৰ লেখাৰ এটা মন কৰিবলগীয়া কথা হ'ল— তেওঁ ভাৱৰ উচ্ছাসত কিম্বা অনাহকতে প্ৰশস্তি কৰিবলৈ যোৱা নাই। হিতেশ্বৰ শইকীয়াৰ আতিগুৰি জনাৰ উপৰিও অসমৰ সাম্প্ৰতিক, ৰাজনৈতিক, সামাজিক পৰিস্থিতিৰ বিষয়েও পঢ়ুৱৈয়ে জানিব পাৰিব। সম্যকভাবে সেইফালৰ পৰাও এইখন লেখৰ কিতাপ হিচাপে পৰিগণিত হ'ব। ড°লক্ষহীৰা দত্তৰ লেখাৰ ষ্টাইল্ অপূৰ্ব। সুমধুৰ ভাৱ-ভাষাৰ প্ৰাঞ্জল অসমীয়াত এই কিতাপখন পঢ়ি পঢ়ুৱৈয়ে বিমল আনন্দ লভিব। পুথিখন যে অচিৰেই জনপ্ৰিয় হ'ব তাত কোনো সন্দেহ নাই। ড° দত্তৰ পৰা অসমীয়া ৰাইজে নিশ্চয় আৰু সুলিখিত গ্ৰন্থ প্যবলৈ আশা কৰিব পাৰে।

ড°লক্ষহীৰা দত্তই তেওঁৰ এই পুথিখনত আশাবাদী মনোভাব এটাও প্ৰকাশ কৰিছে— "শান্তি অসমলৈ পুনৰ ঘূৰি আহিব? এই কালসন্ধ্যাৰ অৱসান ঘটিব? তেতিয়া ই আছিল কল্পনাতীত। সপোনৰো আগোচৰ। কিন্তু এই অসম্ভৱক সম্ভৱ কৰিলে এজনে। কেৱল এজনে। ৯১ৰ শেষৰ পৰা লাহে লাহে পুনৰ ৰাজ্যখনলৈ স্বাভাবিক অৱস্থা উলটি আহিল। অসমৰ শাসনৰ বাঘজৰী লৈ মুখ্যমন্ত্ৰী হৈ হিতেশ্বৰ শইকীয়াই দিনে নিশাই অহোপুৰুষাৰ্থ কৰিলে অসমত শান্তিৰ বাতাবৰণ এটা সৃষ্টি কৰিবলৈ।"

শান্তিপ্ৰিয় অসমীয়া ৰাইজক সন্ত্ৰাসে আবৰি ৰখা ভয়ঙ্কৰ পৰিস্থিতি এটাৰ পৰা ৰাজ্যখনক মুক্ত কৰি শান্তিৰ বাতাবৰণ এটা সৃষ্টি কৰিবলৈ মুখ্যমন্ত্ৰী শইকীয়া সঁচাকৈয়ে সক্ষম হ'বনে?

লক্ষহীৰাই লক্ষ্যত উপনীত হওক। ইয়াকে কামনা কৰিলো। মনে প্ৰাণে।

কিম্ অধিকম্

গুৱাহাটী ২৫/৬/৯৩ — শুল শৰ্মা

॥ ১ ॥

# কৃতিত্ব বা সফলতা দৰাচলতে অসমৰ ৰাইজৰহে

*"Never fear shadows. They simply mean there is a light shining somewhere nearby."*

পোহৰ। পোহৰৰ উৎস বিচাৰিব লাগিব। চলাথ কৰিব লাগিব। ই বাহ্যিক বস্তু নহয়। ইয়াৰ বাবে প্ৰয়োজন সামূহিক প্ৰচেষ্টাৰ। অৱশ্যে ইয়াৰ গুৰি ধৰোঁতাজন হ'ব লাগিব নিৰ্ভীক, মহৎ আৰু অনন্য। জুকলা দুৰ্দশাগ্ৰস্ত পৰিবেশ এটা পৰিচালনা কৰোঁতে পৰিচালকজনৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় পোৱা যায়। বিশ্ব-ইতিহাসত বিভিন্ন সময়ত বিভিন্ন যুগত যুগান্তকাৰী বহু কালজয়ী বৰেণ্য মনীষীয়ে সমাজৰ উন্নয়নৰ হকে কাম কৰি আহিছে। কিন্তু এনে বৰেণ্য ব্যক্তিৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পাৰি। মানুহৰ চানেকি কামতহে। মহত্বও।

কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়াদেৱো এনে এজন ব্যক্তি। এনে এজন মানুহ। তেওঁ নৈৰ ভটিয়নী সোঁতত গা এৰি দিয়া ব্যক্তি নহয়। কষ্টকৰ হ'লেও উজাৰহে খোজে। ভটিয়াব নোখোজে।

আমাৰ অসম। সোণৰ অসম। ভাৰতৰ উত্তৰ-পূৰত অৱস্থিত শান্তিপূৰ্ণ অসম। প্ৰাক্-ঐতিহাসিক কালৰে পৰা বিভিন্ন গোষ্ঠীৰ বিভিন্ন ধৰ্মৰ লোকে অসমত মিলাপ্ৰীতিৰে বসবাস কৰি আহিছে। সৌ সিদিনাখনলৈকে আমাৰ অসমত সন্ত্ৰাসবাদী কোনো কাৰ্য সংঘটিত হোৱা নাছিল। কিন্তু পৃথিৱীৰ বহুদেশ তথা ভাৰতৰ বহু ৰাজ্যৰ দৰে অসমলৈও সন্ত্ৰাসবাদ নামিল। ক'ত কেনেকৈ কেতিয়া ইয়াৰ আৰম্ভণি হ'ল থাওকতে কোৱা টান যদিও সত্তৰৰ দশকৰ শেষৰ ফালেহে অসমত সন্ত্ৰাসবাদৰ আৰম্ভণি। আচম্বিতে। সন্ত্ৰাসবাদৰ সৃষ্টি কোনো সামাজিক, অৰ্থনৈতিক কিম্বা ৰাজনৈতিক কাৰণত হ'ব পাৰে। সি যিয়ে কি নহওক, শান্তিপ্ৰিয় অসমীয়া লোকে সন্ত্ৰাস কেতিয়াও উপযাচি আদৰি ল'বলে বিচৰা নাই। বহুলোকে ভয়ত বা আতংকত ইয়াৰ দেখাদেখিকৈ প্ৰতিবাদ কৰাৰ সাহস

গোটাব পৰা নাই যদিও সন্ত্রাসৰ অৱসান হোৱাটো কিন্তু কামনা কৰে। মনে প্রাণে। আশীৰ দশকৰ আৰম্ভণিৰ পৰা সন্ত্রাসবাদীৰ কার্য-কলাপ ক্রমান্বয়ে ৰাজ্যখনত বৃদ্ধি পাবলৈ ধৰিলে। নেলী, গহপুৰ আদিত ই আৰম্ভ হৈ ধুবুৰীৰ পৰা সদিয়ালৈকে বিয়পি পৰিল। নব্বৈৰ দশকৰ আৰম্ভণিতে ই উৰ্ধসীমা পালেগৈ। হত্যা, লুণ্ঠন, মাৰপিট্, অপহৰণ, বোমা বিস্ফোৰণ আদি সঘনে সংঘটিত হ'বলৈ ধৰিলে। ফুট্‌গধূলিতে অসমৰ বাটপথ জনশূন্য হ'ল। হাটে-বজাৰে, গাড়ীয়ে-মটৰে হোৱা বোমা বিস্ফোৰণত মানুহৰ নিৰ ত্তা নোহোৱা হ'ল। শান্তি অসমলৈ পুনৰ ঘূৰি আহিব? এই কালসন্ধ্যাৰ অৱসান ঘটিব? তেতিয়া ই আছিল কল্পনাতীত। সপোনৰো অগোচৰ। কিন্তু এই অসম্ভৱক সম্ভৱ কৰিলে এজনে। কেৱল এজনে। '৯১ৰ শেহৰ পৰা লাহে লাহে পুনৰ ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা উভতি আহিল। অসমৰ শাসনৰ বাঘজৰী লৈ মুখ্যমন্ত্রী হৈ হিতেশ্বৰ শইকীয়াই দিনে-নিশাই অহোপুৰুষাৰ্থ কৰিলে অসমত শান্তিৰ বাতাবৰণ এটা সৃষ্টি কৰিবলৈ। ৰাইজেও সহযোগ কৰিলে। শইকীয়া সফল হ'ল।

বিপ্লৱ! বিপ্লৱ আমাক লাগে। সমাজ পৰিবৰ্তনৰ কাৰণে। জনজাগৰণ বিনে সমাজলৈ স্থবিৰতা আহে। কিন্তু সেইবুলি সন্ত্রাস নহয়। হিংসাত্মক অস্ত্র বিপ্লৱ নহয়। বিপ্লৱৰ প্লাবনে সমাজৰ অনুৰ্বৰ পথাৰখন পলস পেলাই উৰ্বৰ কৰে। সন্ত্রাসে উৰ্বৰ পথাৰখনত হোৱা শস্য ধুমুহাৰ দৰে নষ্ট কৰে।

"হিংসা, সন্ত্রাসবাদে কোনো সমস্যাৰ সমাধান নকৰে। জটিলতা বাঢ়েহে। নকমে।" এটাই কৰে সৃষ্টি। আনটোৱে ধ্বংস। কাম্য আমাৰ কোনটো? ধ্বংস? নে সৃষ্টি? সেয়েহে হিংসা প্রতিহিংসাৰ বাট এৰি থৈ আমি একেলগে বহোঁ, কথা-বতৰা হওঁ, সকলোবোৰ বিষয় চালি জাৰি চাওঁ আৰু সমস্যাৰ শান্তিপূৰ্ণ সমাধানৰ অন্বেষণ কৰো। কিয়নো শান্তিপূৰ্ণ মীমাংসাহে আটাইৰে কাৰণে মংগলজনক। ইয়াৰ বাবে লাগে সকলোৰে সদিচ্ছা আৰু আন্তৰিকতা। জনসাধাৰণে উপলব্ধি কৰিব লাগিব, অগ্রজে অনুজক বুজাব লাগিব— আমি সৃষ্টিকামী হ'ম। ৰাজনৈতিক কাৰণত মতভেদ হ'লেও শান্তি সৃষ্টিৰ এই সজ প্রচেষ্টাত শইকীয়াৰ লগত মতভেদ অসমীয়া ৰাইজৰ বহুজনৰে নাই। অসমৰ সামগ্রিক পৰিস্থিতিত শইকীয়াৰ মতামত জানিবলৈ ব্যক্তিগতভাবে তেওঁৰ ওচৰ চাপিছিলো এদিনাখন। আচম্বিতে। জনতা ভৱনত। দিশপুৰত।

প্রশ্ন :— আলফাই আপোনাৰ লগত আলোচনাৰ মেজলৈ আহি অসমত সুস্থ পৰিবেশ এটা সৃষ্টি কৰাত সহযোগ কৰিছে। এতিয়াও কিছু সংখ্যক সদস্য আলোচনাৰ বিৰোধী হৈয়ে আছে। গতিকে এই সমস্যাৰ সম্পূৰ্ণ সমাধান হোৱাত ই অন্তৰায় যেন হৈছে। এই ক্ষেত্রত আপোনাৰ মতামত?

শইকীয়া :— আলফা প্ৰশ্নটোৰ সমাধানৰ বাবে শান্তিপূৰ্ণ আলোচনাৰ ওপৰত আমি প্ৰথমৰ পৰাই গুৰুত্ব দি আহিছিলো আৰু হিংসাৰ পথ পৰিহাৰ কৰি আলোচনাৰ মেজলৈ আহিবলৈ সংগঠনটোৰ আটাইকে আমি আহ্বানো জনাই আহিছো। সংগঠনটোৰ অধিকাংশ নেতা আৰু সদস্যই এই আহ্বানত সহঁাৰিও দিছে আৰু স্বাভাৱিক জীৱনলৈ উলটি আহিছে। কিছু সংখ্যক সদস্য এতিয়াও আলোচনাৰ বিৰোধী হৈ থকাটো দুৰ্ভাগ্যজনক আৰু অস্বস্তিৰ কথা, এই বিষয়ে সন্দেহ নাই। কিন্তু শান্তি প্ৰতিষ্ঠৰ বাবে ই অন্তৰায় হ'ব বুলি মই নাভাবো। কিয়নো ৰাজ্যখনৰ সমূহ ৰাইজে শান্তিহে বিচাৰিছে বাবে এই আলোচনা-বিৰোধী মুষ্টিমেয় সদস্যই হয় ৰাইজৰ মতত সহঁাৰি দি শান্তিৰ বাটলৈ ওলাই আহিব লাগিব, নহ'লে তেওঁলোক অপ্ৰাংসগিক হৈ উঠাৰ উপৰিও তেওঁলোকৰ অস্তিত্বই নোহোৱা হ'বগে। ৰাইজৰ সমূহীয়া ইচ্ছাতকৈ ডাঙৰ শক্তি একো হ'ব নোৱাৰে আৰু কোনেও তাত অন্তৰায়ৰ সৃষ্টি কৰিবও নোৱাৰে, এই বিষয়ে মোৰ কোনো সংশয় নাই।"

প্ৰশ্ন :— অসমত প্ৰাচীনকালৰ পৰাই নানা জাতি, উপজাতি আৰু কেইবাটাও ধৰ্মীয় গোষ্ঠীয়ে মিলাপ্ৰীতিৰে বসবাস কৰি আহিছে। ভৌগোলিক বিতৰণৰ পৰাও দেখা যায় যে এটা জাতি বা গোষ্ঠীৰ লোকসকল কোনো এটা অঞ্চলতে কেতিয়াও অকলশৰে থকা নাই। বৰ্তমান বড়োলেণ্ড সমস্যা অসমত প্ৰকট হৈ উঠিছে। অসমক বিভাজন কৰি পৃথক বড়োলেণ্ড সৃষ্টি কৰিলে সমস্যাৰ সমাধান হ'ব বুলি আপুনি ভাবে নেকি?

শইকীয়া :— বড়ো ৰাইজৰ সমস্যা আৰু বড়োলেণ্ড দাবীক মই একেটা কথা বুলি নাভাবো। মই এই কথা নুই নকৰোঁ বা আনেও অস্বীকাৰ কৰিব নোৱাৰে যে বড়ো ৰাইজৰ কেতবোৰ যুক্তিসংগত ওজৰ আপত্তি আছে আৰু বড়ো ৰাইজৰ সামগ্ৰিক বিকাশৰ বাবে কৰিবলগীয়া কামো ভালেখিনি বাকী আছে। কিন্তু এখন বড়োলেণ্ড গঠন কৰি দিলে সেই সকলোবোৰ নিষ্পত্তি হ'ব বুলি মই নাভাবো। অসমত বিভিন্ন জনগোষ্ঠী আছে আৰু আটাইৰে বিকাশকহে আমি অসমৰ বিকাশ বুলিব পাৰো। তাৰে কোনো এটা জনগোষ্ঠীৰ যদি কোনো আলৈ-আহুকাল থাকে, সি কেৱল সেই জনগোষ্ঠীটোৰে সমস্যা নহয়, সি সামগ্ৰিকভাবে আমাৰ ৰাজ্যখনৰ সমস্যা। কোনো জনগোষ্ঠীয়ে অন্ততঃ অসমত বিচ্ছিন্নভাবে বিকাশ লাভ কৰিব নোৱাৰে। অৱশ্যে উন্নয়নৰ কাম-কাজত কোনো জনগোষ্ঠীৰ আশা-আকাংখা বা কোনো আছুতীয়া বা বিশেষ ধৰণৰ সমস্যাৰ প্ৰতিফলন নিশ্চিত কৰিবৰ জোখাৰে প্ৰয়োজনীয় ব্যৱস্থা কৰি

ল'ব পাৰি, তাৰ বাবে ৰাজ্যখনৰ বিভাজনৰ দৰকাৰ নহয়; বৰঞ্চ তেনে বিভাজনে আটাইকে দুৰ্বল কৰাৰহে আশংকা আছে।

প্ৰশ্ন :— পাৰ্বত্য জিলাৰ ক্ষেত্ৰতো আপুনি আলোচনাৰ মাজেৰে সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰি কিছু কৃতকাৰ্য হোৱা যেন দেখা গৈছে। এই সমস্যাৰ সম্পূৰ্ণ সমাধান হ'ব বুলি আপুনি আশা কৰেনে?

শইকীয়া :— আলোচনাৰ মাজেৰে শান্তিপূৰ্ণ পৰিবেশত আৰু পাৰস্পৰিক বুজাবুজিৰে সমাধান কৰিব নোৱাৰি, এনেকুৱা সমস্যা ক'ৰবাত কেতিয়াবা থাকিব পাৰে বুলিয়েই মই নাভাবো। সেয়ে এই ক্ষেত্ৰতো মই আশাবাদী।

প্ৰশ্ন :— অসমৰ বৰ্দ্ধিত জনসংখ্যা আৰু সেই অনুপাতত অৰ্থনৈতিক উন্নতি নোহোৱাৰ কাৰণে উঠি অহা ডেকাচামৰ মাজত অসন্তুষ্টিয়ে দেখা দিছে। আপোনাৰ চৰকাৰে অসমৰ লোকসকলৰ অৰ্থনৈতিক উন্নতিৰ কাৰণে বিভিন্ন আঁচনি হাতত লৈছে যদিও গাৱঁৰ নিৰক্ষৰ লোকসকলে ইয়াত সমানে ভাগ ল'ব পৰা নাই; ফলত বহু আঁচনি সম্পূৰ্ণ ৰূপায়িত কৰাত অসুবিধা হৈছে। জনসংখ্যা এনেদৰে বৃদ্ধি হৈ থাকিলে অৰ্থনৈতিক উন্নতিত অসুবিধাই দেখা দিয়ে। জনসংখ্যা নিয়ন্ত্ৰণ নকৰাকৈ ৰাজ্যখনত অৰ্থনৈতিক উন্নতি সম্ভৱ হ'ব বুলি আপুনি ভাবেনে?

শইকীয়া :— জনসংখ্যাৰ অপৰিকল্পিত বৃদ্ধি নিঃসন্দেহে উন্নতিৰ বাটত হেঙাৰৰ দৰে। কিন্তু জনসংখ্যা নিয়ন্ত্ৰণৰ বাবে চৰকাৰী ব্যৱস্থা আদিৰ সফলতা নিৰ্ভৰ কৰে ৰাইজৰ সচেতনতাৰ ওপৰতহে। এই সচেতনতা বঢ়াবলৈ দিবলৈ চৰকাৰীভাবে আমি যৎপৰোনাস্তি যত্ন কৰিছো যদিও এই ক্ষেত্ৰত সম্পূৰ্ণ সফলতা লাভ কৰা বুলি মই দাবী কৰিব নোৱাৰো। পৰিকল্পিত উন্নয়নৰ সুফলসমূহ গ্ৰামাঞ্চলৰ ৰাইজৰ হাতেৰে ঢুকি পোৱা কৰিবলৈ অৱশ্যে বিশেষ ধৰণৰ আঁচনি ভালেমান লোৱা হৈছে। অলপতে পঞ্চায়েতী ব্যৱস্থাটোক নকৈ গঢ়ি পঞ্চায়তৰ হাতত উন্নয়নৰ পৰিকল্পনা আৰু ৰূপায়ণৰ সিংহভাগ দায়িত্ব দিয়াটো আপুনি নিশ্চয় মন কৰিছে। ইয়াৰো একমাত্ৰ উদ্দেশ্য হৈছে উন্নয়নৰ সুফল সমূহ গ্ৰামাঞ্চলে পোৱাটো নিশ্চিত কৰা। অৱশ্যে জনসংখ্যাৰ নিয়ন্ত্ৰণৰ ওপৰতো গুৰুত্ব দিবই লাগিব আৰু দিয়া হৈছে। এই ক্ষেত্ৰত পিছে সকলো কল্যাণব্ৰতী সংগঠন আদিৰ সদিচ্ছা আৰু সহযোগো বৰ জৰুৰী।

প্ৰশ্ন :— ছাত্ৰসকলে ৰাজনীতিত ভাগ লোৱাটো আপুনি সমৰ্থন কৰেনে? হৰতাল, বন্ধ, পিকেটিং আদি সঘনাই কৰি থাকিলে ছাত্ৰ-ছাত্ৰী সকলৰ পঢ়া-শুনা বাধাগ্ৰস্ত হয়; তদুপৰি শৈক্ষিক পৰিবেশ নষ্ট হয়। ৰাজ্যখনৰ

সমস্যা সমাধানত বা ৰাজ্যখন প্ৰগতিৰ পথত আগবাঢ়ি যোৱাত এইবোৰ অন্তৰায় হৈছে নে সহায়ক হৈছে বুলি আপুনি ভাবে?

শইকীয়া :- ছাত্ৰসকল সমাজৰে এটা বৃহৎ অংশ আৰু তেওঁলোকৰ ৰাজনৈতিক জ্ঞান তথা সচেতনতা নিশ্চয় আদৰিবলগীয়া। ছাত্ৰসকলে যি শিক্ষা লাভ কৰে, তেওঁলোকে জীৱনৰ লগত, চতুৰ্দিশৰ লগত তাৰ সংগতি বিচাৰি লোৱাটো নিঃসন্দেহে প্ৰয়োজনীয়। সি শিক্ষাৰ সাৰ্থকতাকে নিশ্চিত কৰে। ছাত্ৰসকলে ৰাজনৈতিক অভিমত ব্যক্ত কৰাটোও আপত্তি কৰিব লগীয়া কথা নহয়। ইতিমধ্যে ভোটাধিকাৰৰ নিম্নতম বয়স কমাই আনি ছাত্ৰ-ছাত্ৰীৰ এক বৃহৎ অংশক তেনে মতামত দিয়াৰ সুযোগো দিয়া হৈছে। কিন্তু ছাত্ৰ জীৱন মূলতঃ নিজকে সকলো দিশত গঢ়ি তোলাৰহে সময় আৰু শিক্ষা লাভৰ অৰ্থও সেয়েই। গতিকে শিক্ষাৰ পৰিবেশ ব্যাহত কৰিব পৰা হৰতাল, বন্ধ, পিকেটিং আদি সঘনে কৰাটো কোনোমতেই সমৰ্থনযোগ্য হ'ব নোৱাৰে। এনে ধৰণৰ কাৰ্যকলাপ আৰু আচৰণ গঠনমূলক ৰাজনৈতিক সচেতনতাৰ পৰিচায়ক নহয়। এনে কাৰ্যকলাপে ৰাজ্যখনৰ ভৱিষ্যতৰ সম্পৰ্কেও আটাইকে সন্দিহান কৰি তোলে।

প্ৰশ্ন :— বৰ্তমান সময়ত কোনো কোনো শিক্ষকে শিক্ষাদানৰ উপৰিও ৰাজনীতিত বেছিকৈ মনোযোগ দিয়া দেখা যায়। বৰ্তমান পৰিস্থিতিত শিক্ষকসকলৰ ভূমিকা কেনে হ'ব লাগে বুলি আপুনি ভাবে?

শইকীয়া :- শিক্ষকৰ প্ৰকৃত দায়িত্ব হৈছে ছাত্ৰ-ছাত্ৰীসকলক প্ৰকৃতাৰ্থত শিক্ষিত কৰি তোলা আৰু তেওঁলোকৰ চিন্তা-শক্তি, বিচাৰ-বিবেচনাক জগাই তোলা। ছাত্ৰ-ছাত্ৰী যেতিয়া দ্বিধাগ্ৰস্ত হয়, তেওঁলোকৰ মনত যেতিয়া সংশয় ওপজে, শিক্ষকে সেই দ্বিধা আৰু সংশয় আঁতৰাবলৈ ছাত্ৰ-ছাত্ৰীক সহায় কৰিব লাগে। এই ক্ষেত্ৰত শিক্ষকে ৰাজনৈতিক আলোচনাও নিশ্চয় কৰিব পাৰে যাতে ছাত্ৰ-ছাত্ৰীয়ে সকলো চালিজাৰি চাবলৈ আৰু নিজৰ দৃষ্টিভংগী গঢ়ি তুলিবলৈ সুযোগ পায়। কিন্তু শিক্ষকে শিক্ষকতাৰ লগতে যদি ৰাজনীতিত সোমাই পৰে, তেতিয়া ছাত্ৰ-ছাত্ৰীৰ বিকাশৰ বাবে ই বাধাৰ দৰে হয়। গতিকে নাগৰিক হিচাবে কোনোবা শিক্ষকে যদি ৰাজনীতি কৰিব খোজে, তেনেহলে তেওঁ প্ৰথমতে শিক্ষকতাৰ দায়িত্বৰ পৰা অব্যাহতি লোৱা উচিত বুলি মই ভাবো। এই বিনিতে শ্ৰীকৃষ্ণৰ উদাহৰণটো দিবলৈ মোৰ মন গৈছে। কুৰুক্ষেত্ৰ যুদ্ধত শ্ৰীকৃষ্ণই শিক্ষকৰ দৰে অৰ্জুনৰ মনত দ্বিধা সংশয় আঁতৰাবলৈ

বুলি সকলো সত্য তেওঁৰ ওচৰত দাঙি ধৰিছিল, কিন্তু শ্ৰীকৃষ্ণই নিজে যুদ্ধ কৰা নাছিল, হাতত অস্ত্ৰ লোৱা নাছিল।

প্ৰশ্ন :— আপোনাৰ জীৱনত কাৰ লেখনীয়ে বেছি প্ৰভাব বিস্তাৰ কৰিছে? আপোনাৰ প্ৰিয় গ্ৰন্থ কি? ব্যক্তিগত বা ৰাজহুৱা জীৱনত এই লিখনী সমূহৰ দ্বাৰা আপুনি কেনেদৰে অনুপ্ৰাণিত হৈছে অকণমান ক'বনে?

শইকীয়া :- কোনো এজন বিশেষ লেখকৰ লেখনীৰ কথা মই এই প্ৰসংগত উল্লেখ কৰিব নোৱাৰো। মই ভালেমান লেখকৰ লেখনীৰ প্ৰতিয়েই আকৃষ্ট হৈছো। আৰু নিজৰ কথা ভাবিলে মোৰ এনে লাগে যেন প্ৰত্যেকজন লেখকৰ প্ৰতিখন গ্ৰন্থই মোক কিবা নহয় কিবা ধৰণে প্ৰভাৱিত কৰিছে। মহাত্মা গান্ধীৰ প্ৰায় সকলোখিনি ৰচনাই মই পঢ়িছো আৰু মোৰ বিশেষকৈ অৰ্থনৈতিক দৃষ্টিভংগীত বাপুজীৰ অৰ্থনৈতিক ধৰণৰ ৰচনাসমূহে ভাল দৰেই প্ৰভাব বিস্তাৰ কৰিছে বুলি মই অনুভব কৰো। তৰুণ বয়সত জৱহৰলাল নেহৰুৰ Glimpses of World Historyৰ জৰিয়তে মই বিশ্ব ইতিহাস বুজিবলৈ যত্ন কৰিছিলো আৰু বিষয়টোৰ প্ৰতি গভীৰভাবে আকৰ্ষিত হৈয়েই মই মোৰ উচ্চ শিক্ষাৰ বাবে বুৰঞ্জীকে বাচি লৈছিলো। মোৰ প্ৰিয় গ্ৰন্থ কোনখন বুলিলে কোনো এখন বিশেষ গ্ৰন্থক মই আঙুলিয়াই দিব নোৱাৰো। মোৰ সৈতে ৰাজনৈতিক মতাদৰ্শ একেবাৰেই নিমিলা সমসাময়িক লেখকৰ গ্ৰন্থও মই নপঢ়াকৈ থকা নাই।

প্ৰশ্ন :— আপুনি এজন সুচতুৰ ৰাজনীতিবিদ বুলি সকলোৱে একমুখে স্বীকাৰ কৰে। আপোনাক ৰাজনীতিলৈ আহিবলৈ প্ৰথমে কোনে অনুপ্ৰাণিত কৰিলে?

শইকীয়া :- 'সুচতুৰ ৰাজনীতিবিদ' কথাটো প্ৰশংসাসূচক নে নিন্দাসূচক, সেই কথা মই নাজানো। কিন্তু মই মনে প্ৰাণে বিশ্বাস কৰো যে ৰাজনীতিত চাতুৰ্যৰ দৰাচলতে কোনো স্থান নাই, উদ্দেশ্যৰ সততা, পৰিচ্ছন্নতাৰ লগতে নিষ্ঠা আৰু একাগ্ৰতাইহে ৰাজনীতিত সফলতা-বিফলতা নিৰ্ণয় কৰে। মোক ৰাজনীতিলৈ নহয়, ৰাজহুৱা জীৱনলৈ আহিবলৈ অনুপ্ৰাণিত কৰিলে মোৰ অঞ্চলটোৰ ৰাইজে, তেখেতসকলৰ আস্থা আৰু বিশ্বাসে। অৱশ্যে ৰাজনীতিলৈ অহা মানে আপুনি যদি নিৰ্বাচনত উঠাৰ কথাহে কৈছে, তেনেহলে মই ক'ব লাগিব যে এই ক্ষেত্ৰত মোক অনুপ্ৰাণিত কৰিছিল তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহই। সেই সময়ত মই তেখেতৰ মাজত এনে কেতবোৰ আদৰ্শ আৰু প্ৰমূল্যৰ প্ৰতিফলন দেখিছিলো, যিবোৰে মোক সংসদীয় ৰাজনীতিলৈ আকৰ্ষণ কৰি আনিছিল।

শ্ৰীযুত সিংহ ডাঙৰীয়াই আমাৰ সমুখত দাঙি ধৰা সেই আদৰ্শ আৰু প্ৰমূল্যসমূহ মই মোৰ মনত এতিয়াও অমলিন কৰি ৰাখিছো, একেখিনি বিষয়ত বৰ্তমান তেখেতৰ নিজৰে মনোভাবৰ বিচাৰ বিশ্লেষণ কৰিবলৈ চেষ্টা নকৰাকৈয়ে।

প্ৰশ্ন :— ৰাতি মাত্ৰ কেইঘণ্টামান জিৰণিৰ বাহিৰে আপুনি সকলো সময়তে সামাজিক কামত ব্যস্ত হৈ থাকে। শাৰীৰিক অসুস্থতাই আপোনাক কোনো ধৰণেৰে বাধা দিব পাৰিছেনে? সামাজিক কামত ব্যস্ত থাকি আপুনি ঘৰুৱা খবৰ ল'বলৈ সময় পায় জানো? এই ক্ষেত্ৰেত পৰিয়ালৰ লোকসকলে আপোনাক কেনে ধৰণে সহযোগ কৰিছে?

শইকীয়া :- আপুনি চাগে মন কৰিছে যে মই মাজে সময়ে ৰাজধানী এৰি থৈ ৰাজ্যৰ ভিতৰুৱা অঞ্চলত ৰাইজক লগ পাবলৈ যাওঁ। আৰু প্ৰতিবাৰতে মই অধিক শক্তি আৰু প্ৰেৰণা লৈ উভতি আঁহো। মানুহে ব্যস্ততাৰ মাজত জিৰণি লয় পুনৰ শক্তি আহৰণৰ বাবেহে। গতিকে আন ধৰণৰ জিৰণিৰ প্ৰয়োজন মই বৰকৈ অনুভৱ নকৰো। শাৰীৰিক অসুস্থতাৰ কথাও তেনেকৈ মনত নপৰেই দেখোন। ঘৰুৱা খবৰ মই নোলোৱাকৈ নাথাকো, কিন্তু মোৰ ব্যস্ততাৰ সৈতে মোৰ পৰিয়ালৰ মানুহখিনি ইমান অভ্যস্ত হৈ পৰিছে যে ঘৰৰ কথা-বতৰা লৈ তেওঁলোকে মোক বৰকৈ আমনি নকৰে। মোৰ প্ৰতি পৰিয়ালৰ মানুহৰ ইয়াতকৈ ডাঙৰ সহযোগিতা আৰু কি হ'ব পাৰে?

প্ৰশ্ন :— সাম্প্ৰতিক সংকট তথা দুৰ্যোগপূৰ্ণ মুহূৰ্তত সাহস আৰু সহিষ্ণুতাৰে আপুনি সকলো প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। প্ৰায় প্ৰাণহীন হৈ পৰা অসমৰ লোক সকলক জীৱন্ত কৰি তুলিবলৈ আপুনি সমৰ্থ হৈছে। বৰ্তমান আপুনি অসমখন কেনেদৰে আগবঢ়াই নিবলৈ বিচাৰে?

শইকীয়া :- সকলো সংকট সকলো সমস্যা অতিক্ৰম কৰি বৈষয়িক, নৈতিক, আধ্যাত্মিক সকলো দিশত ক্ষিপ্ৰ গতিৰে আগবাঢ়ি যোৱাই হৈছে মানুহৰ ধৰ্ম। আমাৰ অসমৰ ৰাইজেও তেনেধৰণে আগবাঢ়ি যাবলৈ বিচাৰিছে। সংকট বা দুৰ্যোগ অতিক্ৰম কৰিছে সাহসেৰে অসমৰ ৰাইজেহে। মই মাত্ৰ ৰাইজৰ আশা অভিলাষক প্ৰতিফলিত কৰিবলৈহে যথাসাধ্য যত্ন কৰিছো। সকলো সংকট অতিক্ৰম কৰি যাবলৈ অসমৰ ৰাইজৰ শক্তি আছে, প্ৰতিভা আছে, সামৰ্থ্য আছে। সেয়ে এই গোটেইখিনি কাম মই বা আন কোনো ব্যক্তিয়ে কৰা বুলি ক'লে সি শুদ্ধ নহ'ব, ৰাইজৰ প্ৰতিভাকো অসন্মান কৰাৰ দৰে হ'ব। অসমখনক বৰ্তমান সময়ত কেনেদৰে আগবঢ়াই নিব লাগে, সেইটোও নিৰ্বাচনৰ ইস্তাহাৰৰ

অনুমোদনৰ জৰিয়তে, নিৰ্বাচনৰ জৰিয়তে ৰাইজে নিজেই নিৰ্দ্ধাৰণ কৰি দিছে। ইয়াত মোৰ ব্যক্তিগত বিচৰা-নিবিচৰাৰ কথা নাই।

প্ৰশ্ন :— ১৯৮৩ চনত মুখ্যমন্ত্ৰী হোৱাৰ সময়ত আপোনালোকৰ চৰকাৰ বৰ্জন কৰিবলৈ আন্দোলনকাৰী সকলে আহ্বান জনাইছিল। সেই সময়ত অতি দক্ষতাৰে আৰু সাহসেৰে সকলো প্ৰত্যাহ্বানৰ সন্মুখীন হৈও অশান্ত অসমলৈ কম সময়তে শান্তি ঘূৰাই আনি অসমৰ প্ৰগতিৰ কাৰণে বহু সংখক আঁচনি ৰূপায়িত কৰিবলৈ আপুনি সমৰ্থ হৈছিল। ১৯৯১ চনত ৰাইজৰ বিপুল সমৰ্থন লাভ কৰি নিৰংকুশ সংখ্যাগৰিষ্ঠতাৰে আপুনি চৰকাৰ গঠন কৰিলে। এই সময়ৰ মুখ্যমন্ত্ৰী হৈ আপুনি প্ৰধানকৈ আলফাৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে যদিও ৰাইজৰ পৰা সহযোগিতা এইবাৰ বেছিকৈ পাইছে। আপুনি মুখ্যমন্ত্ৰী হৈ কাম কৰোতে এই দুয়োবাৰৰ মাজত কিবা পাৰ্থক্য অনুভৱ কৰিছে নেকি ?

শইকীয়া :- দুয়োবাৰৰ পৰিস্থিতিৰ পাৰ্থক্যৰ বিষয়ে আপুনি আপোনাৰ প্ৰশ্নতেই উল্লেখ কৰিছে, গতিকে মোৰ কাম-কাজৰ ক্ষেত্ৰতো নিশ্চয় মই-পাৰ্থক্য অনুভৱ নকৰাকৈ থকা নাই। ব্যক্তিগতভাৱে ক'বলৈ হ'লে ১৯৮৩ চনত মই গঠন কৰা চৰকাৰে দৃঢ়তাৰে পৰিস্থিতি নিয়ন্ত্ৰণলৈ অনাত সফল হৈছিল যদিও সকলো ফালৰ পৰা পৰ্যাপ্ত পৰিমাণৰ সহযোগিতা বোধহয় পোৱা নাছিল। কিন্তু এইবাৰ আমাৰ চৰকাৰে ৰাইজৰ পৰা অকুণ্ঠ ধৰণৰ সহযোগিতা লাভ কৰিছে আৰু ৰাইজৰ আশীষ লাভ কৰি ধন্য হোৱাৰ এটা অনুভৱ মই নিজেও সততে লাভ কৰিছো।

প্ৰশ্ন :— বছৰৰ শ্ৰেষ্ঠ মানৱ হিচাবে স্বীকৃতি লাভ কৰি আপুনি কেনে অনুভৱ কৰিছে ?

শইকীয়া :- যিখিনি কৃতিত্ব বা সফলতা বিবেচনা কৰি মোক এই স্বীকৃতি দিয়া হৈছে, মই আগতেই কোৱাৰ দৰে সেই কৃতিত্ব বা সফলতা দৰাচলতে অসমৰ ৰাইজৰহে। সেই ফালৰ পৰা অসমৰ ৰাইজৰ শুভবুদ্ধি, সচেতনতা আৰু প্ৰতিভাৰহে ই স্বীকৃতি আৰু ঠিক এনেদৰে ভাবিয়েই অসমৰ ৰাইজৰ হৈ মই এই স্বীকৃতি গ্ৰহণ কৰিছো। অৱশ্যে অসমৰ ৰাইজক এনেদৰে প্ৰতিনিধিত্ব কৰাৰ সৌভাগ্যাই ৰাইজৰ প্ৰতি মোৰ দায়িত্ব বহুগুণে বঢ়াই দিয়া যেনো লাগিছে।

প্ৰশ্ন :— দুৰ্নীতিৰ বিষয়ে আপোনাৰ মতামত কি ? ইয়াক সম্পূৰ্ণ নিৰ্মূল কৰিব পাৰে বুলি ভাবেনে ?

শইকীয়া :- দুৰ্নীতি দৰাচলতে এটা ব্যাধি আৰু সচৰাচৰ কাকতে পত্ৰই দুৰ্নীতি বুলি যিবোৰ দৃষ্টান্ত দাঙি ধৰা হয়, সেইবোৰ সেই ব্যাধিৰ লক্ষণ

বা বহিঃপ্ৰকাশহে। ব্যাধিৰ লক্ষণবোৰৰ উপশম হ'ব লাগে, কিন্তু কেৱল লক্ষণবোৰৰ চিকিৎসাতে আজি-কালি যি ধৰণে সকলো সীমিত কৰাত গুৰুত্ব দিয়া হয়, মোৰ বোধেৰে ই মূল ব্যাধিৰ নিৰাময় নকৰে। দুৰ্নীতিৰ সকলো দৃষ্টান্ত নোহোৱা কৰি দিলেই দুৰ্নীতিৰ অন্ত নপৰে, তাৰ বাবে নৈতিকতাৰ প্ৰয়োজন আৰু তাৰ বাবে প্ৰয়োজন সামাজিক সচেতনতাৰ, সামাজিক জাগৰণৰ। সেই কাম কেৱল চৰকাৰী ব্যৱস্থাৰে হ'ব নোৱাৰে, যেনেকৈ পুলিচ মিলিটেৰীৰে অশান্তি ৰোধ কৰিব পাৰিলেও প্ৰকৃত শান্তি স্থাপন হ'ব নোৱাৰে। সমাজ সচেতন হলেহে দুৰ্নীতিবো ওৰ পৰিব।

প্ৰশ্ন :— আপুনি কি কৰি সকলোতকৈ আনন্দ লাভ কৰে ?

শইকীয়া :- কাম কৰি।

প্ৰশ্ন :— আপোনাৰ দুৰ্বলতা কোনখিনিত ?

শইকীয়া :- কাৰোবাৰ শোকাশ্ৰু দেখিলে।

প্ৰশ্ন :— নিয়মানুবৰ্তিতা আৰু শৃংখলাবদ্ধতাৰ বিষয়ে আপোনাৰ মতামত কি ?

শইকীয়া :- নিয়মানুবৰ্তিতা মোৰ বোধেৰে প্ৰতিটো মুহূৰ্তৰ মূল্যৰ উপলব্ধিৰ পৰিচায়ক।

প্ৰশ্ন :— বাতৰি কাকতত আপোনাৰ চৰকাৰৰ, কেতিয়াবা আপোনাৰ সতীৰ্থ সকলৰ কাৰ্যৰ সমালোচনা কৰা দেখা যায়। তেতিয়া আপোনাৰ কেনে প্ৰতিক্ৰিয়া হয় ?

শইকীয়া :- বাতৰি কাকত বুলিয়েই নহয়, যি কোনো সমালোচনাকে মই আদৰণি জনাওঁ, কিয়নো সমালোচনাই আমাক নিজকে নিজে বিচাৰ বিশ্লেষণ কৰি চোৱাত সহায় কৰে। বাতৰি কাকতৰ সমালোচনা আমি ৰাইজৰ মতামতৰ প্ৰতিফলনবো লক্ষ্যন কৰো। খুউব চোকা সমালোচনা চকুত পৰিলে মাজে মাজে তাৎক্ষণিক ভাবে যে বিষাদো অনুভৱ নকৰো তেনে নহয়। কিন্তু সমালোচিত প্ৰতিটো বিষয় সম্পৰ্কে গুৰুত্ব সহকাৰে তদন্ত কৰা হয়, সমালোচনা ভিত্তিহীন বুলি ধাৰ্য কৰিলে জয় হোৱাৰ আনন্দ লাভ কৰো আৰু ভিত্তি থাকিলে প্ৰয়োজনীয় ব্যৱস্থা নিজেও লওঁ আৰু সতীৰ্থ সকলে লোৱাটো নিশ্চিত কৰো। মোৰ এইখিনি মন্তব্য পিছে গঠনমূলক দৃষ্টিভংগীৰ বাতৰি কাকত আৰু সদিচ্ছামূলক চিন্তাৰ সমালোচনাৰ বিষয়েহে। মই দেখি বৰ ভাল পাওঁ যে দুই এখনৰ বাদে অসমৰ প্ৰায় সকলোখিনি বাতৰি কাকতেই গঠনমূলক চিন্তাত গুৰুত্ব দিয়ে। বাকী বি দুই এখন তথাকথিত কাকতত উদ্দেশ্য-প্ৰণোদিতভাবে যথে মথে অপপ্ৰচাৰৰ লেখিয়া ভিত্তিহীন অশালীন মন্তব্য

পাত ভৰাই প্ৰকাশ হয়, সেইবোৰৰ বিষয়ে কোনো মতামত দিয়াৰ বা প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ প্ৰয়োজন মই অনুভৱ নকৰো।

প্ৰশ্ন :— ৰাজনৈতিক ক্ষেত্ৰত আপুনি সকলোতকৈ কৃতকাৰ্য ক'ত হৈছে? আৰু কোনটো ইয়াৰ মূল কাৰণ বুলি ভাবে?

শইকীয়া :- সামগ্ৰিকভাবে ৰাইজৰ আস্থা অৰ্জন কৰিব পৰাটোকেই মই সবাতোকৈ ডাঙৰ সফলতা বুলি ভাবো। এই আস্থাৰ মূল কাৰণ বিচাৰিবলৈ যাওঁতে মই দেখোন ৰাইজৰ সহৃদয়তাহে পোনতে অনুভৱ কৰো আৰু ৰাইজৰ প্ৰতি গভীৰ কৃতজ্ঞতাৰে মোৰ মন উপচি পৰে। ঠিক কোনটো কাৰণত ৰাইজে নিজৰ আস্থাৰে মোক ধন্য কৰিছে, সেইটোৰ বিচাৰ ৰাইজেহে কৰিব।

প্ৰশ্ন :— ৰাজনৈতিক ক্ষেত্ৰত আপুনি কোনো কাৰ্যত অকৃতকাৰ্য হৈছে বুলি ভাবে নেকি? যদি হৈছে ক'ত?

শইকীয়া :- কৃতকাৰ্যতা বা অকৃতকাৰ্যতা চূড়ান্ত বিচাৰতহে নিৰ্দ্ধাৰিত হয়। ৰাইজৰ নিৰ্দেশ মতে কোনো কাম কৰিবলৈ যাওঁতে বিলম্ব হ'লে বা বিঘ্নিত হ'লে তাক মই অকৃতকাৰ্যতা বুলি নাভাবো সাময়িক হীনদেৰি বুলিহে ভাবো।

প্ৰশ্ন :— আপোনাৰ সতীৰ্থ সকলৰ দক্ষতাৰ বিষয়ে আপোনাৰ মতামত কি? আপোনাৰ কৃতকাৰ্যতাত সেইসকল লোকে কেনেদৰে অৰিহণা যোগাইছে?

শইকীয়া :- আপুনি যদি মোৰ মন্ত্ৰী পৰিষদৰ সতীৰ্থ সকলৰ বিষয়ে সুধিছে আমি মন্ত্ৰী পৰিষদে সম্মিলিতভাবেহে কাম-কাজ কৰো আৰু এই ক্ষেত্ৰত মোৰ সতীৰ্থ সকলৰ দক্ষতা সম্পৰ্কে সংশয় ওপজাৰ কোনো উপলক্ষ্য মোৰ এতিয়ালৈকে হোৱা নাই।

প্ৰশ্ন :— অসমত কংগ্ৰেছৰ ভৱিষ্যত কেনে হ'ব বুলি আপুনি ভাবে? দেখা গৈছে আপোনাৰ দক্ষতাৰ বাবে একেবাৰে মৃতপ্ৰায় অসমৰ কংগ্ৰেছে যোৱা নিৰ্বাচনত নিৰংকুশ সংখ্যাগৰিষ্ঠতা লাভ কৰি সবল ৰাজনৈতিক দল হিচাবে প্ৰতিষ্ঠিত হৈছে। এই অৱস্থা অক্ষুণ্ণ ৰাখিব পাৰিব বুলি আশা কৰেনে?

শইকীয়া :- কংগ্ৰেছে শতাধিক বছৰৰ ঐতিহ্য গঢ়ি তুলিছে ৰাইজৰ আশা-আকাংক্ষা আৰু শক্তিৰ সংগঠিত ৰূপ হিছাপে। কংগ্ৰেছে যেতিয়ালৈকে একেদৰেই ৰাইজৰ আশা অভিলাষৰ শুদ্ধ প্ৰতিফলন হৈ থাকিব তেতিয়ালৈকে কংগ্ৰেছৰ শক্তি অক্ষুণ্ণ হৈ থাকিব। অসমতো ৰাইজৰ মতামতক শুদ্ধভাবে প্ৰতিফলিত কৰিব পাৰিছে বাবেহে সংখ্যাগৰিষ্ঠতা লাভ কৰিছে, কাৰো

ব্যক্তিগত দক্ষতাৰ বাবে নহয়। গতিকে কংগ্ৰেছ আদৰ্শচ্যুত নহ'লে ভৱিষ্যতেও কংগ্ৰেছৰ প্ৰতি অসমৰ ৰাইজৰ আস্থা এতিয়াৰ দৰেই অটুট থাকিব।

প্ৰশ্ন :- বিভিন্ন সমস্যা সমাধানত আপুনি কেন্দ্ৰৰ পৰা সহযোগিতা পাইছেনে ?

শইকীয়া :- পাইছো। যথেষ্ঠ পৰিমাণে পাইছো।

প্ৰশ্ন :- আপোনাৰ পৰিয়ালৰ লোক ৰাজনীতিলৈ অহাতো আপুনি সমৰ্থন কৰেনে ?

শইকীয়া :- পৰিয়ালৰ লোক হ'লেও তেওঁলোকৰ প্ৰত্যেকৰে নিজৰ ইচ্ছা-অনিচ্ছা থাকিব পাৰে। তাত মোৰ সমৰ্থন থকা নথকাৰ কথাটো তেনেই অবান্তৰ বুলি মই ভাবো।

প্ৰশ্ন :- সংখ্যালঘু আৰু নিপীড়িত দুৰ্বল শ্ৰেণীৰ বন্ধু বুলি আপোনাৰ সুনাম আছে। সমাজৰ দুৰ্বল শ্ৰেণীৰ বা সংখ্যালঘু সকলৰ কাৰণে কাম কৰিবলৈ যাওঁতে আপুনি প্ৰশাসনৰ বিষয়াসকলৰ পৰা কেনে ধৰণৰ সহযোগ পাইছে ?

শইকীয়া :- সামগ্ৰিকভাবে প্ৰশাসনৰ পৰা সকলো ক্ষেত্ৰতে মই সহযোগিতা পাইছো।

প্ৰশ্ন :- ধৰ্ম সম্পৰ্কে আপোনাৰ ধাৰণা কি ?

শইকীয়া :- ধৰ্মক মই কেৱল কেতবোৰ নিৰ্দিষ্ট আচাৰ নীতি বা আনুষ্ঠানিকতা বুলি নাভাবো। প্ৰতিটো সংগঠিত ধৰ্মই দৰাচলতে সমগ্ৰ মানবৰ সামগ্ৰিক কল্যাণৰ কথাকেই কয় আৰু সেই অৰ্থত সকলো ধৰ্মই মূলতঃ মানব ধৰ্ম। "ধৰ্ম ধাৰয়তে প্ৰজাঃ"—এই কথাটোও মই সেই অৰ্থত বিশ্বাস কৰো আৰু মানব ঐক্যৰ বাবে, মানবীয়তাৰ বাবে, সমগ্ৰ মানবৰ সামগ্ৰিক কল্যাণৰ বাবে যত্ন কৰাটোকে মই ধৰ্ম বুলি ভাবো। সকলো সংগঠিত ধৰ্মৰো মূল বাণী সেয়েই নহয় জানো ?

পাৰ হৈ গ'ল। বহু সময়। এনেদৰেই। মোৰ অজ্ঞাতে। অজানিতে।. মই ক'ব নোৱাৰাকৈয়ে। অত্যন্ত কৰ্মব্যস্ত ৰাজনীতিবিদজনৰ, ৰাজ্য শাসনৰ বাঘজৰীদাল ধৰিথকা মুখ্যমন্ত্ৰীজনাৰ বহু সময় লোৱাৰ কাৰণে নিজকে বৰ অপৰাধী অপৰাধী যেন লাগিল। বাহিৰত—জনতা ভৱনৰ ভিতৰত অসংখ্য জনতাৰ ভীৰ। অপেক্ষাৰত। অভিপ্ৰায়—মুখ্যমন্ত্ৰীজনাক সাক্ষাৎ কৰাৰ।

নীৰৱতা। তাকো মাত্ৰ কেই চেকেণ্ড মানৰহে। মুখ্যমন্ত্ৰী শইকীয়াই মৃদু হাঁহি এটা মাৰি কৈ উঠিল—"আজিলৈ এৰো, আৰু মোৰো বহু কাম আছে।"

"ধন্যবাদ। অশেষ ধন্যবাদ।" এই বুলি প্ৰতি-নমস্কাৰ জনাই বিদায় ল'লো। গভীৰ প্ৰশান্তিত মনটো ভৰি পৰিল। আঁহোতে মাত্ৰ ভাবিলো— এইজনেই

*নে সেইজন হিতেশ্বৰ শইকীয়া? যিজনাক সঘনাই তেওঁক বিৰোধ কৰা বিৰোধী* ৰাজনীতিবিদ আৰু বাতৰিকাকতৰ কেতবোৰ সাংবাদিকে কঠোৰ, নিষ্ঠুৰ বুলি সমালোচনা কৰি থকা সেই ব্যক্তিজন? কোনোৰ ভাষাত বিতৰ্কিত ব্যক্তিজন?

## ॥ ২ ॥

## বগাবাঘৰ পৰা

*"যি সকল লোকে মহৎ জীৱন যাপন কৰে, তেওঁলোকে নিজ জীৱনকালত কাৰো পৰা স্বীকৃতি নাপালেও এই কথা ভবা উচিত নহয় যে তেওঁলোকৰ জীৱন অথলে গ'ল। তেওঁলোকৰ জীৱনৰ পৰা এনে এটা পোহৰ বিকিৰিত হয় যি পোহৰে তেওঁলোকৰ বন্ধু-বান্ধৱক আৰু ওচৰ-চুবুৰীয়াক বাট দেখুৱায়, আৰু সুদূৰ ভৱিষ্যতৰ কাৰণেও সি পথপ্ৰদৰ্শক হৈ ৰয়।"*

*বাৰ্ট্ৰাণ্ড ৰাছেল*

এইজনেই আমাৰ মুখ্যমন্ত্ৰী কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়া, যিজনে বিশিষ্ট ব্যক্তি, শিক্ষাবিদ, বুদ্ধিজীৱী, সাংবাদিক, সাহিত্যিক আৰু অসম সাহিত্য সভাৰ কৰ্ণধাৰ সকলৰ সমুখত নিৰ্ভীক ভাবে প্ৰতিশ্ৰুতি দিছিল—অসমীয়া ভাষা-সংস্কৃতি আৰু অসমীয়া জাতিৰ স্বাৰ্থৰ বিৰুদ্ধে তেওঁ কোনো কাম নকৰে।

সেইদিনা আছিল ১২ জুলাই। দেওঁবাৰ। ১৯৯২ চন। সময় বিয়লি পাঁচ বাজো বাজো। গুৱাহাটীৰ জিলা পুথিভঁড়ালৰ প্ৰেক্ষাগৃহটো লোকাৰণ্য। সভাপতিৰ আসনত আছিল কবি নৱকান্ত বৰুৱা। গহীন পৰিবেশ আৰু গহীন কৰি তুলিলে অসম সাহিত্য সভাৰ সদস্য মহীয়ান অধ্যাপক ড°মহেশ্বৰ নেওগ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী সু-সাহিত্যিক কবি ডঃ নিৰ্মলপ্ৰভা বৰদলৈ, প্ৰবীন সাংবাদিক সতীশ চন্দ্ৰ কাকতি, ৰবীন বৰুৱা প্ৰমুখ্যে সু-সাহিত্যিক, বুদ্ধিজীৱী আৰু সাংবাদিক সকলৰ উপস্থিতিয়ে। উদ্দেশ্য এটা। কেৱল এটা। বিশিষ্ট সাহিত্যিক শূল শৰ্মাদেৱৰ সম্পাদনাত প্ৰকাশিত 'হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি' গ্ৰন্থৰ উন্মোচন। গ্ৰন্থ উন্মোচন কৰিলে পণ্ডিত ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে।

এনে গাম্ভীৰ্যপূৰ্ণ পৰিবেশতে সভাপতিৰ অনুৰোধক্ৰমে দৰ্শকৰ শাৰীৰ পৰা মুখ্যমন্ত্ৰী শইকীয়াই ৰাইজক এই প্ৰতিশ্ৰুতি দিলে। তেওঁৰ ভাষণ প্ৰসঙ্গত।

কুৰি শতিকাৰ সত্তৰৰ দশকৰ পৰা বৰ্তমানলৈকে অকল অসমতে নহয়, ভাৰতৰ বিভিন্ন বাতৰি কাকতৰ শিৰোনামা অধিকাৰ কৰি আলোচনা-সমালোচনাৰ কেন্দ্ৰ হৈও বাৰে বাৰে বিপুল গণভোটত জয়লাভ কৰি অসমৰ ৰাজনীতি জগতৰ কৰ্ণধাৰ হিছাপে নিজক সুপ্ৰতিষ্ঠিত কৰাই নহয়, নিজৰ প্ৰতিভাৰ বলত ১৯৯১ চনৰ ৰাষ্ট্ৰৰ শ্ৰেষ্ঠ মানৱৰ সন্মান অৰ্জন কৰিবলৈও এইজন ব্যক্তি সক্ষম হৈছে। সমস্যা-বহুল অসমৰ বিভিন্ন ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক সমস্যাৰ সন্মুখীন হৈ দৃঢ়তাৰে প্ৰত্যাহ্বান জনাই অসমলৈ শান্তি শৃংখলা কঢ়িয়াই আনিবলৈ চেষ্টা কৰা মৃদুভাষী শইকীয়াৰ বিনয়তা, দৃঢ়তা আৰু নিৰভিমান মধুৰ ব্যক্তিত্বই তেওঁৰ সান্নিধ্যলৈ অহা বহুলোকক মোহিত কৰে।

বগাবাঘ। বগাবাঘ চাহ বাগিচা। শিৱসাগৰ জিলাৰ ভিতৰুৱা অঞ্চলত। সাপেখাতীৰ নিচেই ওচৰত। নাজিৰাৰ পৰা ৫০ কিলোমিটাৰ নিলগত। ১৯৩৪ চন। ৩ অক্টোবৰ। বুধবাৰ। ৰাতিপুৱা ১০ বাজিছে। এই আওহতীয়া চাহ বাগিচাখনতেই এটি অজান শিশুৰ জন্ম হ'ল। শইকীয়া জন্ম হোৱা পৰিয়ালটো এটা মধ্যবিত্ত পৰিয়াল। আচলতে এটা কৃষক পৰিয়াল। পিতৃ হলধৰ শইকীয়াৰ জন্ম হৈছিল ১৮৯৭ চনত নাজিৰা চহৰৰ ওচৰত। জোকতলী মৌজাৰ লখিমী পুখুৰীত। পিছপৰা গাঁও এখনত। হলধৰ শইকীয়াৰ বয়স দুবছৰমান পাৰ হওঁতেই ১৮৯৯ চনত দেউতাক নাহৰ শইকীয়া লখিমী পুখুৰীৰ পৰা দিখৌ নৈৰ উত্তৰ পাৰৰ ধোপাবৰ মৌজাৰ অন্তৰ্গত টাইৰাই গাঁৱলৈ উঠি আহে। ইয়াতে নাহৰ শইকীয়াই কৃষিকাৰ্য আৰম্ভ কৰে।

তাৰ কেইবছৰমানৰ মূৰত হলধৰ শইকীয়া পাৰিবাৰিক দুৰ্যোগৰ সন্মুখীন হ'ব লগা হ'ল। দেউতাক নাহৰ শইকীয়াই অকালতে ইহসংসাৰ ত্যাগ কৰিলে। পিতৃহাৰা হলধৰৰ ওপৰত এক গধুৰ দায়িত্ব আহি পৰিল আকস্মিকভাৱে। "পাঁচজন ভাই-ককাই আৰু দুগৰাকী জীয়ৰী নাহৰ শইকীয়াই দলনিত পোনা মেলি এৰি গ'ল।"

শিমলুগুৰি প্ৰাথমিক বিদ্যালয়ত হলধৰে নাম লিখিলে। তীক্ষ্ণবুদ্ধিৰ হলধৰে প্ৰাথমিক বিদ্যালয়ৰ শেষ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ তিনিটকীয়া জলপানী এটাও লাভ কৰিলে। ইয়াৰ পাছত নাম লগালে নাজিৰা হাইস্কুলত। উজনি অসমৰ এখন প্ৰখ্যাত শিক্ষাকেন্দ্ৰ। শইকীয়াৰ গাঁৱৰ পৰা নাজিৰালৈ চাৰিমাইল দূৰ। মাজতে আছে দিখৌ নৈখন। বাৰিষা কালত নৈখন ফেনে-ফুটুকাৰে ওফন্দি থাকে। এই খণ্ডত নৈখন নাব্য। বালিঘাটত মাৰ নাৱত দিখৌ নৈ পাৰ হ'ব লাগে। খৰালি যেনিবা পানী শুকালে বাঁহ-কাঠেৰে সজা সৰু দলঙেৰে নৈখন

পাৰ হোৱাৰ ব্যৱস্থা আছে। দলংখন অস্থায়ী। টাইৰাইৰ পৰা নাজিৰালৈ অহা পথৰ অৱস্থাও তথৈবচ। পথটো সেই সময়ত একেবাৰে সুচল নাছিল। বাৰিষা একাঠু বোকা। এনে পৰিবেশত নিতৌ আঠ মাইল পথ খোজকাঢ়ি নাজিৰা হাইস্কুলত পঢ়ি তেওঁ নিজৰ মেধাশক্তিৰ পৰিচয় দিছিল। আনকি স্কুলীয়া জীৱনত দুবাৰকৈ ডবল প্ৰমোচনো পাইছিল।

পিতৃহীন হলধৰ শইকীয়াই নৱম কি দশম শ্ৰেণীত পঢ়ি থাকোতেই উজ্জ্বল ভৱিষ্যতৰ সপোন ত্যাগ কৰি সংসাৰৰ বোজা মূৰ পাতি লব লগা হ'ল। চাকৰি এটা বিচাৰি লবলৈ বাধ্য হ'ল আসাম বেঙ্গল ৰেলৰ শিমলুগুৰি জংচনৰ কাৰ্যালয়ত। কলিকতীয়া চিলেটিয়া বঙালী বাবুসকলৰ মেৰপাকত পৰি ওপৰৱালাৰ লগত মনোমালিন্য ঘটাৰ ফলত সেই চাকৰিও এদিনাখন এৰিব লগাত পৰিল। সাহসী স্বাধীনচেতীয়া হলধৰ শইকীয়া পুনৰ দুৰ্যোগৰ সন্মুখীন হ'ল। এইবাৰ নতুন চাকৰিৰ সন্ধান। সেইদিনত চাকৰিবজাৰখনো আছিল একেবাৰে মহঙা। গাঁৱৰ ল'ৰা। চহৰত চাকৰি এটা যোগাৰ কৰা সহজ কথা নহয়। উজনি অসমত ইংৰাজ বণিকসকলে খোলা চাহ বাগিচা কেইখনেই আছিল তেওঁলোকৰ কৰ্ম-সংস্থানৰ স্থান। অসমীয়া নিবনুৱা শিক্ষিত অৰ্দ্ধশিক্ষিত লোকসকলৰ বাবে একমাত্ৰ থলী। ভাগ্যৰ অন্বেষণত ঘূৰি ফুৰা হলধৰে এনে এখন বাগিচাতে চাকৰি এটা বিচাৰি ল'বলৈ সমৰ্থ হ'ল। ইংৰাজ চাহাবৰ চাহ বাগিচা। শেষত ইংৰাজ চাহাবৰ চাহ বাগিচাৰ মুখ্য কাৰ্যালয় এটাৰ পৰাই তেওঁ চাকৰি জীৱনৰ পৰা অৱসৰো লয়।

কৰ্মনিষ্ঠা, কৰ্তব্যপৰায়ণতা আৰু একাগ্ৰতাৰ কাৰণে হলধৰ শইকীয়া চাহ বাগিচাৰ ইংৰাজ মেনেজাৰৰ বৰ প্ৰিয়পাত্ৰ হৈ পৰিছিল। নিজৰ কৰ্ম-নিপুণতাৰ বাবে কালক্ৰমত সৰু কেৰাণীৰ পৰা বৰ-কেৰাণীলৈ প্ৰমোচন পালে। হলধৰ শইকীয়া সমাজত "কেৰাণী বাবু" নামেৰে পৰিচিত হ'ল। উজনিৰ চাহ বাগিচাবোৰত সেইদিনত বৰ-কেৰাণীৰ স্থান মেনেজাৰৰ পিছতেই।

হলধৰ শইকীয়াৰ অভাৱ আঁতৰিল। তেওঁ বেছি দৰমহা পোৱা নাছিল। কিন্তু ইংৰাজ বণিকসকলে বাগিচাত দিয়া সা-সুবিধাখিনি তুলনামূলকভাৱে অন্যান্য সাধাৰণ কৰ্মচাৰীতকৈ বহুতো বেছি। চাহ বাগিচাৰ "বাবু" সকলক প্ৰত্যেককে থকাৰ বাবে বিনামূলীয়া আহল-বহল এটি ঘৰ, কাম-বন কৰিবলৈ লগুৱা-লিকচৌ আদিৰ যোগান ধৰা হৈছিল। তাৰোপৰি মাহেকৰ বাবে চাহপাত আদিও যোগান ধৰে বাগান কৰ্তৃপক্ষই। দ্বিতীয় মহাসমৰৰ সময়ত কথাটো আৰু সুকীয়া। সেই সময়ত অত্যাৱশ্যকীয় ৰেচন-পাতিৰো যোগান ধৰা হৈছিল।

এইখনেই বগাবাঘ চাহ বাগিচা। এসময়ৰ অতি পিছপৰা অঞ্চল। এই খন ঠাইত ৰাতিৰ কথা বাদেই, দিন দুপৰতো আলিবাটেৰে মানুহ যাবলৈ ভয় কৰিছিল।

এফালে বাঘ-হাতীৰ বিচৰণ ক্ষেত্ৰ। আনফালে পথটোত একাঠু বোকা। দুৰ্গম পথ। দিন দুপৰতে বাঘৰ ঘিটৃঘিটনি। "বাঘৰ ঘিটৃঘিটনিৰ কাৰণেই হ'বলা সেই ঠাইৰ নাম ৰখা হৈছিল বগাবাঘ। বগাবাঘ আছিলনে নাই কোৱা টান। কিন্তু বাঘ যে অপৰ্যাপ্ত আছিল তাত কোনো সন্দেহ নাই।" বাগানলৈ যাবলৈ হ'লে বেলেৰে সাপেখাতী ৰেল ষ্টেচনলৈ যাব লাগে। সাপেখাতীৰ পৰা এটা খণ্ড দুৰ্গম পথ। খোজকঢ়াৰ বাহিৰে তেতিয়া গত্যন্তৰ নাই। খৰালি গৰুগাড়ীৰে পাৰ হ'ব পাৰি। বাগিচাৰ মাজতো শাৰী শাৰী চাহ গছৰ মাজে মাজে সৰু কেঁচা লুং-লুঙীয়া বাট। বনুৱা লাইনৰ বাহিৰে মাজত জনবসতি নাই।

উজনি অসমত এই চাহ বাগিচাবোৰতেই অসমৰ আধুনিক কৃষ্টি সভ্যতাই গঢ় লৈ উঠিছিল। দুই-চাৰিজনে ইংৰাজ আমোলত চিপাহী-চন্তৰী মণ্ডল-কাননগু, টেকেলা-মহৰীৰ বাহিৰে অন্য চাকৰি পোৱা নাছিল। ইয়াৰ কাৰণ আছিল শিক্ষাগত অৰ্হতাৰ অভাৱ।

বৰ-কেৰাণী। চাহ বাগিচাৰ বৰ-কেৰাণী। উজনি অসমত সেই সময়ত বাগিচাবোৰত বৰ-কেৰাণীৰ অখণ্ড প্ৰতাপ। বাগিচাবোৰত তেতিয়া কোনো কৰ্মচাৰী সংগঠন নাছিল। মজদুৰ বনুৱা সকলতো বাদেই অন্যান্য কৰ্মচাৰীবোৰেও বৰ-কেৰাণীজনক সমীহ কৰে। হলধৰ বৰ-কেৰাণীয়েও অভাৱ অনাটন নোহোৱাকৈ সুখে-সন্তোষে বগাবাঘ চাহ বাগিচাত মহাপ্ৰতাপেৰে দিন কটাইছিল। বগাবাঘ চাহ বাগিচা তেতিয়া ছিংলো টি কোম্পানীৰ অধীনত আছিল। ইয়াতে হিতেশ্বৰ শইকীয়াৰ জন্ম। পৰিয়ালৰ পাঁচজন পুত্ৰ আৰু এগৰাকী কন্যাৰ ভিতৰত হিতেশ্বৰ শইকীয়া আছিল তৃতীয় সন্তান।

হলধৰ শইকীয়া সমাজ সংগঠক। স্কুলীয়া শিক্ষা বাদ দি তেওঁ গান্ধীজীৰ অসহযোগ আন্দোলনত যোগ দি দেহে-কেহে খাটিছিল। সেই সময়ত শিমলুগুৰিৰ কংগ্ৰেছ কমিটীৰ আনকি তেওঁ সাধাৰণ সম্পাদকো নিৰ্বাচিত হৈছিল। পিছত আন্দোলন শাম কটাতহে নিজৰ ঘৰখন আৰ্থিক সংকটৰ পৰা ৰক্ষা কৰিবলৈ চাকৰিত সোমায়। হলধৰ শইকীয়া আছিল সৎ, মৃদুভাষী আৰু দৰদী। তেওঁ নিয়মানুবৰ্তিতাৰ ওপৰত সদায় অধিক গুৰুত্ব দিছিল। নিজৰ জীৱনত সময়ৰ সদায় সৎ ব্যৱহাৰ কৰিছিল। দৰদী পিতৃয়ে সন্তানসকলক মুকলি-মূৰীয়াকৈ ফুৰা-চকা কৰিবলৈ স্বাধীনতা দিছিল। হিতেশ্বৰ শইকীয়াৰ মাতৃ খৰ্গেশ্বৰী শইকীয়া। তেওঁ এগৰাকী ধাৰ্মিক মহিলা। বিশ্ববিদ্যালয়ৰ আধুনিক শিক্ষাৰে শিক্ষিত বিদুষী মহিলা তেওঁ নহয়। সুশৃঙ্খলভাবে ঘৰুৱা কাম-কাজ কৰিও ল'ৰা-ছোৱালীৰ পঢ়া-শুনা চোৱা-চিতা কৰিছিল। নিজৰ সন্তানক কোনো কাৰণতে উশৃঙ্খল হ'বলৈ দিয়া নাছিল। ল'ৰা-ছোৱালীক বজাৰ-সমাৰ কৰিবলৈ বা কথাছবি চাবলৈ দিয়াটো দূৰৰ কথা আনকি সম্বন্ধীয় লোকৰ ঘৰত বিয়া-বাৰু, ধৰ্মীয় অনুষ্ঠান আদিতো

পৰাপক্ষত যাবলৈ দিয়া নাছিল। শইকীয়াই নিজে এই কথা কৈছে যে মোমায়েকৰ ঘৰলৈ তেওঁ দশমমান শ্ৰেণীত পঢ়োতেহে গৈছিল। মাতৃৰ কঠোৰ অনুশাসন আৰু পিতৃৰ উদাৰতাই শইকীয়াৰ মনত ল'ৰাকালৰ পৰাই যথেষ্ট প্ৰভাৱ পেলাইছিল। সেইবাবেই হয়তো হিতেশ্বৰ শইকীয়াৰ স্বভাৱ-চৰিত্ৰত এক স্বকীয় বৈশিষ্ট্য ফুটি উঠিছিল। তেওঁ আছিল সকৰে পৰা ভাবুক আৰু গহীন প্ৰকৃতিৰ।

হলধৰ শইকীয়াৰ সৰু ভাতৃ মুৰানেশ্বৰ। হিতেশ্বৰ শইকীয়াৰ প্ৰিয় নিচাদেউ। সাধুকথাৰ ভঁড়াল। তেওঁৰ আৰু এটা গুণৰ বাবে ভতিজাক হিতেশ্বৰ শইকীয়াৰ তেওঁ প্ৰিয় আছিল। নিজে সুস্বাদু খাদ্য ৰান্ধি ভতিজাইতক খুৱাইছিল। এইজন নিচাদেউৰ (খুড়াক) কথা শইকীয়াই প্ৰায়েই মনত পেলায়।

হিতেশ্বৰ নামটোৰো বৈশিষ্ট্য আছে। নামটো ৰাখিছিল দৈৱজ্ঞই। নামটোৰ অৰ্থ তেওঁৰ কৰ্মত ফলিয়ালে। মাক-দেউতাক আৰু ওচৰ-চুবুৰীয়াই মৰমতে মাতিছিল 'হেম' বুলি। ঘটনাক্ৰমে তেওঁৰ পত্নীৰ নাম এই নামৰ লগত মিলি গ'ল।

নিজে পাৰিবাৰিক আৰ্থিক অনাটনৰ কাৰণে উচ্চ শিক্ষাৰ পৰা বঞ্চিত হ'ল যদিও ল'ৰা-ছোৱালী কেইটাক সুশিক্ষিত কৰিবলৈ হলধৰ শইকীয়াই যত্নৰ ত্ৰুটি কৰা নাছিল। তেওঁৰ ৰৰপুত্ৰ ধৰ্মেশ্বৰৰ পৰা সৰুপুত্ৰ টুনীলৈকে আটাইকেইজনে নাজিৰা হাইস্কুলতে পঢ়া। ৰৰপুত্ৰ ধৰ্মেশ্বৰ শইকীয়াই পুলিচৰ চাকৰিত সোমায়। শেষত পুলিচ ইন্সপেক্টৰ পদলৈ উন্নীত হয়। তেওঁৰ অকালতে মৃত্যু হয়। মাজুজন লীলা শইকীয়া। মৰাণৰ ওচৰৰ চাহ বাগিচাৰ চাকৰিত সোমাল। তৃতীয়জন পুত্ৰ হিতেশ্বৰ শইকীয়া। তেওঁ বিভিন্ন সময়ত বিভিন্ন পদবীত অৱতীৰ্ণ হৈ ৰাষ্ট্ৰীয় মানৱৰ খ্যাতিও অৰ্জন কৰিলে। চতুৰ্থ পুত্ৰ ৰোহিতেশ্বৰ (ৰোহিনী)। এওঁ কটন কলেজৰ পৰা বি, এচ্‌-ছি পাছ কৰি নাজিৰা উচ্চতৰ বহুমুখী মাধ্যমিক বিদ্যালয়ৰ শিক্ষক হ'ল আৰু শেষত আততায়ীৰ হাতত অকালতে নিহত হ'ল। সৰু পুত্ৰ টঙ্কেশ্বৰ শইকীয়া (টুনী)। উচ্চাঙ্গ সঙ্গীতত ডিগ্ৰী লৈ নাজিৰা সঙ্গীত বিদ্যালয়ৰ অধ্যক্ষ হ'লহি। এওঁলোকৰ একমাত্ৰ জীয়াৰী আইমনি। নাজিৰাতে শিক্ষা লাভ কৰিলে। পিছত ইঞ্জিনীয়াৰ এজনৰ লগত সুখেৰে সংসাৰ পাতিলে।

হলধৰ শইকীয়াই যঠীৰ দশকত সাপেখাতীৰ বগাবাঘ চাহ বাগিচা এৰিলে। আহিল নাজিৰাৰ কাষৰ দেওপানী চাহ বাগিচালৈ। ইয়াতো বৰ-কেৰাণী হ'ল। কেইবছৰমান পিছত দেওপানী বাগিচাও এৰি শেষত নাজিৰা নগৰৰ মাজৰ অধুনা বিলুপ্ত আসাম চাহ কোম্পানীৰ প্ৰধান কাৰ্যালয়ত মুখ্য সহায়ক হিচাপে নিযুক্তি পালে। পিছত ইয়াৰ পৰাই তেওঁ চাকৰি জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰিলে। অৱসৰৰ আগে আগে হলধৰ শইকীয়াই নাজিৰা চহৰত সৰু বাৰীৰ এখন পাতি কিছুদিন থাকিল। পিছত ইয়াৰ পৰা দিখৌ নৈৰ উত্তৰ পাৰে

বালিঘাট আৰু শিমলুগুৰিৰ মাজৰ বৰদুৱাৰ মুখত নিজাকৈ মাটি কিনি ডাঙৰ বাৰী এখন পাতিলে। স্থায়ীভাৱে হলধৰ শইকীয়া ইয়াতে থাকিবলৈ ল'লে। এই শিমলুগুৰিৰ ঘৰখনেই এতিয়া শইকীয়া পৰিয়ালৰ ঘাই ঘৰ। হলধৰ শইকীয়াইও অৱসৰ গ্ৰহণ কৰাৰ পাছত পুনৰ আহি কৃষক হ'লহি। শিমলুগুৰিতে। আদৰ্শ কৃষক।

হলধৰ শইকীয়াই নিজে উচ্চ শিক্ষা লাভ কৰিব নোৱাৰিলে যদিও নিজৰ অঞ্চলটোত শিক্ষানুষ্ঠানৰ অভাৱ বৰকৈ উপলব্ধি কৰিছিল। সেইবাবে নাজিৰাৰ নিকটবৰ্তী অঞ্চলত আৰু সাপেখাতীত তেওঁ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰা কামত ব্ৰতী হৈছিল। তেওঁ আনকি নিজৰ সীমিত উপাৰ্জনৰ পৰা বহু দুখীয়া ল'ৰা-ছোৱালীক মাচুল পৰ্যন্ত দি পঢ়িবলৈ উদগণি দিছিল। সমাজকৰ্মী দৰদী পিতৃৰ এই মহানুভৱতাই শৈশৱতে হিতেশ্বৰ শইকীয়াক যথেষ্ট প্ৰেৰণা যোগাইছিল। পিছলৈ শিক্ষাবিদ আৰু সংগঠক হ'বলৈ তেওঁক উদ্বুদ্ধ কৰিছিল। হিতেশ্বৰ শইকীয়া অনন্য অসাধাৰণ হোৱাৰ মূলতে পিতৃ-মাতৃদ্বয়ৰ পৰা পোৱা প্ৰেৰণা। নিয়মানুবৰ্তিতা ৰক্ষা কৰি চলা পিতৃৰ আদৰ্শই পিছলৈ তেওঁৰ আদৰ্শ হ'ল। হিতেশ্বৰ শইকীয়াই দেউতাকৰ এটা কথা এতিয়াও মনত পেলায়। দেউতাকে এই কথা কৈ সকিয়াই দিছিল, মুৰব্বীজন অহাৰ ৫/১০ মিনিট আগতেই তলৰ কামত কৰ্মচাৰীসকল কামত উপস্থিত হ'ব লাগে। তেওঁ নিজেও চাহ বাগিচাত সময়তকৈ আগতেই উপস্থিত হৈছিল।

সমাজকৰ্মী পিতৃ হলধৰ শইকীয়া আছিল নিৰহংকাৰী লোক। তেওঁৰ সুযোগ্য পুত্ৰ হিতেশ্বৰ শইকীয়া গৃহমন্ত্ৰী, মুখ্যমন্ত্ৰী, ৰাজ্যপাল আদি হোৱাৰ পাছতো সেই কথা কৈ গৌৰৱ কৰা নাছিল। বৰঞ্চ মানুহৰ আগত কৈছিল—"মন্ত্ৰী হৈ ৰাইজৰ কাম কৰিব নোৱাৰিলে তেনে পদবীৰ কি প্ৰয়োজন?" এনে ব্যক্তিত্বৰ অধিকাৰী পিতৃৰ পুত্ৰ প্ৰতিভাশালী হোৱাটো তেনেই স্বাভাৱিক।

হিতেশ্বৰ শইকীয়াৰ জন্ম হৈছিল আহোম পৰিয়ালত। আহোমসকল টাই বা শ্যান জাতীয় লোক। উজনি ব্ৰহ্মদেশ (Upper Burma) আৰু পশ্চিম ইউনানৰ লোকসকলৰ লগত এওঁলোকৰ সাদৃশ্য আছে। আহোম ৰজা চুকাফাই অসমত প্ৰথম আহোম ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। চুকাফাই ১২১৫ খৃঃত ৮ জন শীৰ্ষস্থানীয় ব্যক্তি, ৯০০ জন সাধাৰণ লোক লগত লৈ নিজৰ ঠাই মাউলুঙৰ পৰা যাত্ৰা আৰম্ভ কৰিছিল আৰু ১২২৮ খৃঃত খামজাঙত উপস্থিত হৈছিলহি। তেতিয়াৰ পৰাই অসমত আহোম ৰাজ্য প্ৰতিষ্ঠা হয়। (A History of Assam BY Sir Edward Gait—p.77)। আহোম ৰজা চুকাফাৰ পিছত ২৮ জন ৰজাই অসমত ৰাজত্ব কৰিছিল। ১২২৮ খৃঃৰ পৰা ১৮২৬ খৃঃৰ ইয়াণ্ডাবু সন্ধিলৈকে প্ৰায় ৬০০ বছৰ কাল এওঁলোকে অসম শাসন কৰিছিল। অসমলৈ আহি এইসকল

লোকে অসমৰ থলুৱা ভাষা সংস্কৃতি গ্ৰহণ কৰিলে আৰু বৃহৎ অসমীয়া জাতিৰ এক অংশ হৈ পৰিল। উল্লেখযোগ্য যে পৃথিবীৰ কোনো বিজেতাই এনেদৰে বিজিতৰ ধৰ্ম ভাষা সংস্কৃতি গ্ৰহণ কৰাৰ উদাহৰণ নাই।

আহোমসকলৰ প্ৰধান উপাস্য দেৱতা আছিল চোমদেউ বা চোম-চেং। এই চোম-চেং হাতত থকাজন বোলে লক্ষী-সম্পত্তিৰ অধিকাৰী হৈ থাকে। চুকাফাই অসমলৈ আহোতে এই মূৰ্তি অপহৰণ কৰি আনিছিল। চোম শব্দৰ অৰ্থ মূল্যবান, চেং মানে শিলা। আহোম স্বৰ্গদেউ শিঙৰিঘৰত উঠোতে চোম-চেং ডিঙিত আঁৰি লৈ গৈছিল। আহোমসকলৰ মতে চোম-চেং ইন্দ্ৰ-প্ৰদত্ত। খুনলুং-খুনলাই পৃথিবীলৈ নামি আহিবৰ সময়ত এই মূৰ্তি পিতামহ ইন্দ্ৰদেৱতাৰ পৰা লাভ কৰিছিল। চো-চেং আহোম ৰাজ পৰিয়ালৰ কুলদেৱতা। প্ৰথমে আহোম স্বৰ্গদেউ সকলৰ ধৰ্ম আহোম ধৰ্মই আছিল যদিও পিছলৈ হিন্দু ধৰ্মৰ প্ৰতি তেওঁলোক আসক্ত হয়। সেইবাবে আহোমসকলৰ নিজা ৰীতি-নীতিৰ মাজত হিন্দু সমাজৰ ৰীতি-নীতি পূজাবিধিৰ নিয়ম আদি সোমাই পৰিল। "আহোম স্বৰ্গদেউ চুহংমুং সিংহাসনত উঠাৰ লগে লগে হিন্দু ধৰ্ম প্ৰকাৰান্তৰে ৰজাৰ স্বীকৃত ধৰ্ম হ'ল। এইজন আহোম ৰজাৰ দিনত অসমত শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ, এই দুজনা গুৰুৱে এক শৰণ নামধৰ্ম বা ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিছিল।" ৰজাই শ্ৰীশ্ৰীশঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিব খুজিছিল যদিও মহাপুৰুষজনাই ৰাজগুৰু হ'বলৈ ইচ্ছা নকৰিলে। আহোম ৰজা চুচেংফা বা প্ৰতাপসিংহ বুদ্ধি স্বৰ্গনাৰায়ণ স্বৰ্গদেউ ৰাজপাটত উঠাৰ পাছত মূৰ্তি স্থাপন কাৰ্য এইজন স্বৰ্গদেউৰ দিনতে হয়। স্বৰ্গদেউ জয়ধ্বজসিংহই নিজে ভাগৱতী ধৰ্ম গ্ৰহণ কৰিলে। কুৰুৱাবাহীৰ পৰা নিৰঞ্জন পাঠকক আনি এইজন ৰজাই শৰণ ল'লে আৰু মাজুলীৰ আউনীআটী সত্ৰও স্থাপন কৰিলে। এইজন স্বৰ্গদেউৰ দিনতে অসমত ভাগৱতী ধৰ্ম প্ৰচাৰ বেছিকৈ হয়।

এই প্ৰবলপ্ৰতাপী আহোম স্বৰ্গদেউসকলৰ ৰাজধানী আছিল গড়গাঁও। এইখনেই গড়গাঁও। ধ্বনি-কবি বিনন্দ বৰুৱাৰ "গড়গাঁও গড়গাঁও কথা শুনি তল যাওঁ।" বগাবাঘ চাহ বাগিচাৰ পৰা ৫০ কিলোমিটাৰ নিলগত।

হিতেশ্বৰ শইকীয়া আহোম ৰজা চুকাফাৰে বংশধৰ। এই আহোমসকলৰ লাচিত বৰফুকনে মহা পৰাক্ৰমী মোগলৰ বিৰুদ্ধে নৰীয়া গাৰে যুঁজি অসমক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিছিল। এইখিনিতে স্বনামধন্য সাহিত্যিক চৈয়দ আব্দুল মালিকে দ্বিতীয়বাৰ হিতেশ্বৰ শইকীয়া মুখ্যমন্ত্ৰী হিচাপে কাৰ্যভাৰ লোৱাৰ পিছত তেওঁৰ সম্পৰ্কে কৰা এক মন্তব্য তাৎপৰ্যপূৰ্ণ। মালিকে মুখ্যমন্ত্ৰীক সম্বৰ্দ্ধনা জনাবলৈ কৰা এখন ৰাজহুৱা সভাত দিয়া ভাষণত হিতেশ্বৰ শইকীয়াক বীৰ লাচিতৰ

লগত তুলনা কৰিছিল। এই বিষয়ত বিতৰ্ক হ্য় যদিও মালিকে যুক্তি দৰ্শাইছিল যে ইতিহাসৰ এক সন্ধিক্ষণত মোগলৰ বিৰুদ্ধে যুঁজি লাচিতে অসম ৰক্ষা কৰাৰ দৰেই বৰ্তমান ৰাজ্যখনৰ অস্থিৰ পৰিবেশত এক সামাজিক সন্ধিক্ষণত অসমৰ শাসনভাৰ কান্ধত লৈ শইকীয়াই উগ্ৰপন্থীৰ সমস্যা প্ৰায় সমাধান কৰি চৰম সংকটৰ পৰা ৰাজ্যখনক ৰক্ষা কৰিবলৈ সমৰ্থ হৈছে। এই বিষয়ে আলোচনা কৰি সাংবাদিক কনক সেন ডেকাদেৱে এনেদৰে মন্তব্য কৰিছে—

"শ্ৰীহিতেশ্বৰ শইকীয়া দূৰদৰ্শী অথবা বীৰ লাচিতৰ সমকক্ষ হয়নে নহয় সেই বিষয়ে আমি নিজাকৈ মন্তব্য দিবলৈ বিচৰা নাই। তেওঁ সমস্ত মস্তক মণি হয়নে নহয় এই বিষয়েও মন্তব্য নিষ্প্ৰয়োজন। কিন্তু কেতবোৰ প্ৰভাৱশালী সংগঠনে প্ৰমান কৰিছে যে তেওঁৰ দৰে সমীহ কৰিব লগা দ্বিতীয় গৰাকী ব্যক্তি অসমৰ সাম্প্ৰতিক ৰাজনীতিত নাই।"

এই কথা বৰ্তমান পৰিস্থিতিত শইকীয়াৰ ভূমিকালৈ চালে নিঃসন্দেহে মানি ল'ব লাগিব।

হিতেশ্বৰ শইকীয়া জন্ম হোৱা সময়ত অসম আছিল বৃটিছৰ শাসনত। সেই সময়ত অসমৰ ভিতৰুৱা অঞ্চলৰ অৱস্থা বৰ পুতৌলগা। শিক্ষানুষ্ঠান বুলিবলৈ কোনো কোনো চাহ বাগিচাৰ ওচৰত কেতিয়াবা একোখন প্ৰাইমাৰী স্কুল পোৱা যায় যদিও হিতেশ্বৰ শইকীয়াৰ জন্মস্থান বগাবাঘ চাহ বাগিচাত সেই সামান্য সুবিধাখিনিও নাছিল। ফলত হিতেশ্বৰ শইকীয়াই ছবছৰ বয়সৰ পৰাই ঘৰুৱা শিক্ষকৰ তত্ত্বাবধানত প্ৰাথমিক পৰ্যায়ৰ শিক্ষা আৰম্ভ কৰিব লগা হৈছিল।

দ্বিতীয় মহাযুদ্ধৰ আৰম্ভণিৰ কিছুদিন পিছতে সাপেখাতীৰ ওচৰৰ চাৰিআলিত শ্ৰীমদন শৰ্মা কাকতীদেৱে মধ্য ইংৰাজী স্কুল এখন স্থাপন কৰি আধুনিক শিক্ষাদানত ব্ৰতী হৈছিল। হলধৰ শইকীয়াই সাধ্যানুসৰি দান বৰঙণি আগবঢ়াই স্কুল প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল। পিছলৈ সাপেখাতী হাইস্কুলত বহুবছৰ শিক্ষকতা কৰি অৱসৰ লোৱা সমাজকৰ্মী মদন শৰ্মা কাকতীদেৱে সেই সময়তে শইকীয়া পৰিয়ালৰ প্ৰথম তিনিজন ল'ৰাৰ ঘৰুৱা শিক্ষক আছিল। হলধৰ শইকীয়াই শিক্ষাৰ প্ৰকৃত মোল বুজিছিল। সেইবাবেই সেই সময়ত নিজৰ সীমিত উপাৰ্জনৰ পৰা মাহে ৭৫ টকা ল'ৰাৰ পঢ়াৰ নামত ব্যয় কৰি উপযুক্ত শিক্ষকৰ ওচৰত শিক্ষা দিবলৈ কুণ্ঠাবোধ কৰা নাছিল। চাইকেলেৰে বাগিচালৈ অহা-যোৱা কৰি অশেষ কষ্টৰে মদন শৰ্মা কাকতীদেৱে ল'ৰালিতে হিতেশ্বৰ শইকীয়াক গঢ় দিলে। পিতৃৰ একান্ত ইচ্ছা সফল হ'ল। শ্ৰীমদন শৰ্মা কাকতীদেৱে নিজেই কৈছে "বাগানলৈ অহা-যোৱা কৰি লৰা কেইটাক পঢ়ালো। মই কেইদিন খটি কৰো সেইটো তেখেতৰ বিচাৰ্য নাছিল। মাহেকৰ মূৰত বাঁটা এটাত চিকাৰাপ কেইটকা সসম্মানেৰে উলিয়াই

দিয়ে। তাৰ উপৰিও প্ৰতিদিনে চাহ্-জলপান খুৱাই আপ্যায়িত কৰে। কথাই-বতৰাই ব্যৱহাৰ-পাতিয়ে তেনে লোক পোৱা বিৰল।"

(বগাবাঘৰ বৰবাবু)

হলধৰ শইকীয়াই নিজৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি অধিক মনোযোগ দিছিল। ল'ৰাৰ স্কুলীয়া শিক্ষাৰ বাবে তেখেতে নাজিৰা হাইস্কুলকে বাচি ল'লে। ইয়াৰ কাৰণ কেইবাটাও। সেই সময়ত নাজিৰা হাইস্কুলৰ শিক্ষা আছিল উচ্চ পৰ্যায়ৰ। দেশে স্বাধীনতা পোৱাৰ কিছুদিন আগলৈকে উজনি অসমৰ এই অঞ্চলত নাজিৰা হাইস্কুলৰ দৰে সুশিক্ষানুষ্ঠান গঢ় লৈ উঠা নাছিল। আটাইতকৈ আকৰ্ষণ আছিল ইয়াৰ ত্যাগী কৃতী শিক্ষকসকল। হেড্‌মাষ্টৰ আজিজুৰ ৰহমানে গঢ় দিয়া স্কুল। ইংৰাজীত গিয়াছুদ্দিন আহমেদ, অংকত গিৰীন্দ্ৰনাথ চাংকাকতি, অসমীয়া ইংৰাজী সংস্কৃতত ইন্দিবৰ গগৈ, বিজ্ঞান অংকত মুনীন্দ্ৰ চন্দ্ৰ গগৈ, ফণীধৰ দত্ত আদি জ্ঞানী পাকৈত শিক্ষকৰ তলত শিক্ষা লাভ কৰা পৰম সৌভাগ্যৰ কথা বুলি আজিও ইয়াৰ ছাত্ৰসকলে গৌৰৱ অনুভৱ কৰে। স্কুলৰ শাসন আছিল কট্‌কটীয়া। অনুশাসন নমনা ছাত্ৰৰ স্কুল এইখন নহয়।

দুৰদৰ্শী লোক হলধৰ শইকীয়া। পুত্ৰক পঢ়াৰ সুবিধা দিবৰ অৰ্থে নাজিৰাত নিজৰ মাটিত খেৰ-বাঁহৰ সৰু দীঘল ঘৰ এটা সজালে। এই ঘৰটোত তিনিটা কোঠালী। ঘৰটোৰ এটা কোঠালীত নিজৰ প্ৰথম আৰু দ্বিতীয়জন পুত্ৰক ৰাখিলে। এফালে থাকিলে বিনাভাড়াত নাজিৰা হাইস্কুলৰ দুজন প্ৰখ্যাত শিক্ষক মুনীন্দ্ৰ চন্দ্ৰ গগৈ আৰু আৱাহন যুগৰ বিখ্যাত গল্পলেখক ইন্দিবৰ গগৈ। হলধৰ শইকীয়াৰ উদ্দেশ্য পৰিষ্কাৰ আৰু সৎ। শিক্ষকৰ লগত থাকিলে অভিভাৱকৰ অভাৱ পূৰণ হ'ব।

হিতেশ্বৰ শইকীয়াৰ তেতিয়া ১১ বছৰ। আনুষ্ঠানিক স্কুলীয়া শিক্ষা আৰম্ভ কৰিলে নাজিৰা হাইস্কুলতহে। তৃতীয়মান শ্ৰেণীৰ বাচনি পৰীক্ষাত উত্তীৰ্ণ হ'ল। দুই জেষ্ঠ ভাতৃ ধৰ্মেশ্বৰ শইকীয়া আৰু লীলাকান্ত শইকীয়াৰ লগতে নাজিৰাৰ ঘৰটোত থাকিবলৈ ল'লৈ। পিছত বাকীকেইজন ভায়েকে শিক্ষালাভৰ কাৰণে ইয়ালৈকে আহে। শইকীয়া পৰিয়াল কেইবছৰমান পিছত নাজিৰালৈ অহাৰ বাবে হিতেশ্বৰ শইকীয়াই মাতৃৰ লগত থাকিয়ে বাকী কেইবছৰ স্কুলীয়া শিক্ষা ল'বলৈ সুবিধা পায়।

নাজিৰা। এখন সৰু নগৰ। ইয়াতেই ইংৰাজ বণিকৰ প্ৰথম চাহ কোম্পানী "আসাম কোম্পানী"ৰ প্ৰধান কাৰ্যালয় স্থাপন কৰা হৈছিল। সেইয়া আছিল ১৮৩৯ চনৰ কথা। এই কোম্পানীয়েই অসমত তথা ভাৰতত প্ৰথম চাহ শিল্পৰ আৰম্ভণি কৰে। কোম্পানীৰ বৰ্ড অব ডিৰেক্টৰ সকল থাকে লণ্ডনত। চাহ কোম্পানীৰ প্ৰধান কাৰ্যালয় স্থাপন হোৱাৰ লগে লগে দিখৌ নৈৰ কাঁষৰ

নাজিৰালৈ আমূল পৰিবৰ্তন আহিল। দাঁতি কাষৰীয়া অঞ্চল সমূহত কেইবাখনো চাহ বাগিচা গঢ় লৈ উঠিল। ১৯০৯ চন। নাজিৰা নগৰ-পালিকা গঠন কৰা হ'ল। নাজিৰা গাঁৱৰ পৰা নগৰলৈ পৰিবৰ্তিত হ'ল। ১৯০২ চনতে হাইস্কুলখন উচ্চ পৰ্যায়ৰ মাধ্যমিক শিক্ষানুষ্ঠান হিছাপে স্বীকৃতি লাভ কৰিলে। ১৯৪৭ চন। দেশ স্বাধীন হ'ল। হিতেশ্বৰ শইকীয়া তেতিয়া ৪ৰ্থ মানৰ ছাত্ৰ। নাজিৰা সেই সময়ত এতিয়াৰ দৰে উন্নত নাছিল। নাজিৰাৰ পৰিবৰ্তন ঘাইকৈ হ'ল পিছতহে।

স্কুলীয়া ছাত্ৰ অৱস্থাতে হিতেশ্বৰ শইকীয়াৰ দৃঢ়তা আৰু মনোবল বিভিন্ন কাৰ্যত প্ৰকাশ পাইছিল। বহু সময়ত সৰু সৰু সাধাৰণ ঘটনাকে তেওঁ শিক্ষা হিচাপে লৈছিল। এই ঘটনাবোৰে তেওঁৰ জীৱনত গভীৰভাবে ৰেখাপাত কৰিছিল। শইকীয়াই এতিয়াও সেই দিনটোৰ কথা ৰোমন্থন কৰে। নাজিৰ হাইস্কুলৰ বছেৰেকীয়া পৰীক্ষাৰ ফলাফল ঘোষণা কৰিলে। বৰ ককায়েক ধৰ্মেশ্বৰ শইকীয়াৰ ৰিজাল্ট বেয়া হ'ল। হলধৰ শইকীয়া বিমোৰত পৰিল। উপায়হীন। এবাৰতে পৰীক্ষাত কৃতকাৰ্য হ'ব নোৱাৰিলে নাজিৰা হাইস্কুলত সেই সময়ত দ্বিতীয়বাৰ পঢ়িবলৈ সুবিধা দিয়া হোৱা নাছিল। হলধৰ শইকীয়া বিষন্ন মনেৰে স্কুলৰ পৰা উভতি আহিল। তেওঁ মৰ্মাহত হ'ল। এই বাতৰি শইকীয়া পৰিয়ালৰ কাৰণে দুৰ্ভাগ্যজনক আছিল। পিতৃৰ মনোকষ্টই কিশোৰ হিতেশ্বৰ শইকীয়াৰ অন্তৰ স্পৰ্শ কৰিলে। প্ৰতিজ্ঞা কৰিলে-পিতৃৰ এই মনোবেদনা তেওঁ মচিব। পৰিয়ালৰ সন্মান অক্ষুন্ন ৰাখিব। ল'ৰালিকালতে পুত্ৰৰ এই দৃঢ়তা দেখি হলধৰ শইকীয়া আনন্দিত হৈছিল। পিছত কাৰ্যক্ষেত্ৰত দেখা গ'ল এই দৃঢ়মনৰ শিশুজন অসমৰ এজন শীৰ্ষ ৰাজনৈতিক নেতা হৈ সমাজৰ সেৱা কৰি অকল পৰিয়ালৰে নহয়, নিজস্ব অঞ্চলটোলৈ, অসমলৈ সন্মান আনিবলৈ সক্ষম হ'ল।

অন্য এটা সৰু ঘটনা। তেতিয়া হিতেশ্বৰ শইকীয়াৰ বয়স মাথোন ১২ বছৰ। তৃতীয়মান শ্ৰেণীৰ পৰীক্ষা দি উঠিছে। বৰ ককায়েক ধৰ্মেশ্বৰ শইকীয়া ঘৰত নাছিল। সেই সুবিধাতে ককায়েকৰ চাইকেল লৈ তেওঁ চলাবলৈ ধৰিলে। ধৰ্মেশ্বৰ শইকীয়া উভতি আহিল। ভায়েকৰ কথা গম পালে। ভায়েকক যথেষ্ট ভৎৰ্সনা কৰিলে। হিতেশ্বৰ শইকীয়া আছিল স্পষ্টবাদী। লগে লগে তীব্ৰ প্ৰতিক্ৰিয়া হ'ল। ককায়েকৰ লগত যুক্তিতৰ্ক আৰম্ভ কৰিলে। লগতে বুজাই দিবলৈ যত্ন কৰিলে যে চাইকেলখন দেউতাকৰ ধনেৰেহে কিনা, ককায়েকৰ উপাৰ্জনেৰে নহয়। সেইবাবে চাইকেলখন শিকা বা চলোৱাৰ অধিকাৰ তেওঁৰো আছে। কথাটো যুক্তিসংগত যদিও মুখে মুখে উত্তৰ দিয়াৰ বাবে ককায়েক ক্ষুন্ন হ'ল। শইকীয়াক শাৰীৰিক প্ৰহাৰ কৰিলে। এই ঘটনাত শিশু হিতেশ্বৰ শইকীয়াই শাৰীৰিক কষ্টতকৈও মানসিকভাবে ইমান কষ্ট পালে যে তেতিয়াই প্ৰতিজ্ঞা কৰিলে নিজৰ আৰ্জিত ধনেৰে চাইকেল নিকিনা পৰ্যন্ত আৰু চাইকেলত নুঠে।

এই প্ৰতিজ্ঞা শইকীয়াই ৰাখিলে। আখৰে আখৰে। নিজৰ চাকৰিৰ প্ৰথম মাহৰ দৰমহাৰে এখন চাইকেল কিনি আনি সেইখন চাইকেলতহে তেওঁ উঠিল। শৈশৱৰ এই ঘটনাই তেওঁৰ দৃঢ়তা আৰু মনোবলৰ সাক্ষ্য বহন কৰিছে। এই কথাবোৰে এতিয়াও তেওঁক বৰ আবেগিক কৰি তোলে যেন লাগে।

হিতেশ্বৰ শইকীয়া নৱমমান শ্ৰেণীৰ ছাত্ৰ। তেওঁৰ জীৱনৰ অন্য এক কাহিনী। নাজিৰা হাইস্কুলৰ বিজ্ঞান বিষয়ৰ শিক্ষকজনে শিক্ষামূলক ভ্ৰমণৰ আয়োজন কৰিলে। গন্তব্য স্থান ডিগবৈ। তেল শোধনাগাৰটো ছাত্ৰ সকলক দেখুৱাব। ডিগবৈ ক্লাৱত থকা-খোৱাৰ বন্দোবস্ত হ'ল ছাত্ৰসকলৰ কাৰণে। হিতেশ্বৰ শইকীয়া কিন্তু অকণমান বেলেগ। হাজাৰ হওক বৰ-কেৰাণীৰ ল'ৰা। পিতৃ হলধৰ শইকীয়াৰ নিৰ্দেশমতে পিতৃবন্ধু এজন কালাচাহাবৰ (Indian Assistant) ঘৰলৈ গ'ল। হলধৰ শইকীয়াই এখন চিঠি কালাচাহাবজনলৈ লিখিলে পুত্ৰ হিতেশ্বৰ শইকীয়াৰ থকা-মেলাৰ ব্যৱস্থা কৰিবলৈ। স্কুলীয়া বন্ধু এজন লগত লৈ 'কালাচাহাব'ৰ ঘৰলৈ গৈ চিঠিখন দিলে। বন্ধুত্বৰ কথা স্বীকাৰ কৰাতো বাদেই 'কালাচাহাবে' আনকি দেউতাকৰ লগত থকা চিনাকিৰ কথাও অস্বীকাৰ কৰিলে। স্কুলীয়া ছাত্ৰ হিতেশ্বৰ শইকীয়া বন্ধুৰ আগত লজ্জিত হ'ল। প্ৰত্যুত্তৰত কালাচাহাবক দেউতাকে পূৰ্বতে কৰা সহায়ৰ কথা মনত পেলাই দিলে। লগে লগে পিতৃবন্ধুৱে অতিথিশালাত থকাৰ বন্দোৱস্ত কৰি দিবলৈ সম্মত হ'ল। অভিমানী হিতেশ্বৰ শইকীয়াই প্ৰতিজ্ঞা কৰিলে যেতিয়ালৈকে তেওঁ নিজে এজন বিশিষ্ট ব্যক্তিৰ যোগ্যতা অৰ্জন নকৰে, ডিগবৈত আৰু পুনৰবাৰ পদাৰ্পণ নকৰে। শইকীয়াই নিজৰ কথা ৰাখিলে। দ্বিতীয়বাৰ ডিগবৈলৈ তেওঁ আহিল অসম মন্ত্ৰীসভাৰ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী হিচাপে।

হিতেশ্বৰ শইকীয়া মেট্ৰিক পৰীক্ষাৰ প্ৰাৰ্থী। আকৌ সমস্যা আহিল। পৰীক্ষা দিব লগিব শিৱসাগৰত। সেই সময়ত নাজিৰাত প্ৰবেশিকা পৰীক্ষাৰ কেন্দ্ৰ নাছিল। হিতেশ্বৰ শইকীয়া বহুলোকৰ ওচৰ চাপিল থকাৰ বন্দোৱস্ত কৰিবলৈ। আত্মীয়-স্বজনৰ সহায় নেপালে। অৱশেষত এটা ধৰমশালাত থকাৰ বন্দোৱস্ত হ'ল। অশেষ কষ্টৰ মাজেৰে পৰীক্ষা দি দ্বিতীয় বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। নিজে কষ্ট ভোগ কৰিলে যদিও পিছৰ ছাত্ৰ-ছাত্ৰীসকলে যাতে সেই কষ্ট ভোগ নকৰে তাৰ বাবে তেওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল। এই সংকল্প তেওঁ নাপাহৰিলে। এম.এ. পাচ কৰি কলেজত অধ্যাপনা কৰাৰ সময়ত শইকীয়াই তেওঁৰ সংকল্প বাস্তৱত ৰূপায়িত কৰিবলৈ সমৰ্থ হ'ল। শইকীয়া আৰু তেওঁৰ কেইজনমান সহযোগীৰ যত্নত নাজিৰাত পৰীক্ষাৰ কেন্দ্ৰ স্থাপন হ'ল। শইকীয়াই বিশ্বাস কৰে যত্নৰ অসাধ্য একো নাই। যুক্তিসংগত কাৰ্য্যৰ ফলাফল দেখিকে

হ'লেও ভাল হ'বই। এইখিনিতে তলত উল্লেখ কৰা তেখেতৰ এক উক্তি প্ৰণিধানযোগ্য।

"মই জীৱনত সদায় সংঘৰ্ষ কৰি আহিছো। সেই সংঘৰ্ষ সদায় যুক্তিৰ ওপৰত হৈছে আৰু মই সুখী যে তাত জয়ী হ'বলৈ সক্ষম হৈছো।" এই কথা অনস্বীকাৰ্য যে দৃঢ়সংকল্প, যুক্তিবাদী মনোভাৱ, কৰ্তব্যনিষ্ঠা আদি গুণৰ বাবেই শইকীয়াৰ স্থান সমসাময়িক ৰাজনীতিজ্ঞ সকলৰ মাজত অন্যতম। ছাত্ৰ অৱস্থাৰ পৰা হিতেশ্বৰ শইকীয়া আছিল অতি নম্ৰ আৰু বিনয়ী। শিক্ষকৰ প্ৰতি সদায় তেওঁ সন্মান প্ৰদৰ্শন কৰি আহিছে। শিক্ষামন্ত্ৰী আৰু মুখ্যমন্ত্ৰী হৈ থকাৰ সময়তো শিক্ষকসকল বা শিক্ষাবিদ সকলৰ সুবিধা-অসুবিধাৰ প্ৰতি সদায়ে মনোযোগ দি আহিছে। নাজিৰা হাইস্কুলৰ প্ৰধান শিক্ষক গিৰীন্দ্ৰ নাথ চংকাকতী, তৃতীয় শ্ৰেণীৰ ইংৰাজীৰ শিক্ষক চৈযদ হেকিম, ইতিহাসৰ শিক্ষক মুক্তাৰাম হাজৰিকা, ৰুচিনাথ বৰুৱা আৰু পবনাথ শৰ্মা আদি শিক্ষকসকলৰ কথা তেওঁ এতিযাও শ্ৰদ্ধাৰে সোঁৱৰে। অষ্টমমান শ্ৰেণীৰ পৰা পবনাথ শৰ্মা তেওঁৰ ঘৰুৱা শিক্ষক, লগতে স্কুলৰ স্থানীয় অভিভাবকো আছিল। পবনাথ শৰ্মাৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অপৰিসীম। প্ৰথমবাৰ মুখ্যমন্ত্ৰী হৈ থাকোঁতে এবাৰ নাজিৰাত শিক্ষাগুৰু পবনাথ শৰ্মাক দেখা কৰিবলৈ গৈছিল। সেইদিনা লগত আছিল তৰুণ গগৈ, সন্তোষমোহনদেৱ প্ৰমুখ্যে ব্যক্তিসকল। বিদায় বেলিকা শইকীয়াই গণ্যমান্য ব্যক্তিসকলৰ আগতে পবনাথ শৰ্মাদেৱৰ চৰণ চুই আশীৰ্বাদ বিচাৰিলে। এনে কাৰ্যৰ পৰা মুখ্যমন্ত্ৰী শইকীয়াৰ মহত্ত্ব পৰিস্ফুট হৈ উঠিছে।

অন্য এটা ঘটনা মনত পৰিছে। অৱশ্যে শুনা কথা। শইকীয়া তেতিয়া গৃহমন্ত্ৰী। সোণাৰীলৈ গৈছিল। সেই সময়ত তেওঁৰ শিক্ষাগুৰু প্ৰয়াত পবনাথ শৰ্মা ডাঙৰীয়া সোণাৰীৰ ভগৱতীপ্ৰসাদ বৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কৃতী অধ্যক্ষ। শইকীয়াৰ লগত আছিল তেতিয়াৰ স্বাস্থ্যমন্ত্ৰী গিৰীণ চৌধুৰী ডাঙৰীয়া। হিতেশ্বৰ শইকীয়াই শিক্ষাগুৰুৰ গুণানুকীৰ্তন কৰি গিৰীণ চৌধুৰীৰ আগত কৈছিল—"চাৰৰ কাৰণেই আজি মই মন্ত্ৰী হ'বলৈ পাইছো, এই আসনলৈ আহিছো।" নিজৰ কৃতজ্ঞতা স্বীকাৰ কৰিবলৈ তেওঁ নেপাহৰে। এনে গুণৰ ব্যক্তি বিৰল।

পবনাথ শৰ্মাদেৱে শইকীয়াক সমাজসেৱক হিচাপে গঢ়ি উঠাত যথেষ্ট বৰঙণি যোগাইছিল। প্ৰকৃততে তেখেতে আহ্বান কৰা সাহিত্যবিষয়ক বা সামাজিক মেল-মিটিং সমূহৰ যোগেদিয়েই শইকীয়া ৰাজহুৱা জীৱনত প্ৰৱেশ কৰিলে বুলি ক'লেও বঢ়াই কোৱা নহয়। বয়সত সৰু আছিল যদিও শইকীয়াৰ কৰ্মপটুতা আৰু কৰ্তব্যপৰায়ণতা দেখি এই সভা-সমিতিবোৰত শিক্ষকসকলে কঠিন কামবোৰত

তেওঁক নিয়োগ কৰিছিল। এইদৰেই শিক্ষকসকলৰ সাহায্যত প্ৰথমে নাজিৰাত, পিছলৈ অসমৰ বহল সামাজিক জীৱনলৈ সকলোতেই সোমাই পৰিছিল। স্কুলীয়া ছাত্ৰ অৱস্থাত শইকীয়া আন এজন লোকৰ সান্নিধ্যলৈ আহিছিল। সেইজন লোকৰ সান্নিধ্যলৈ অহাৰ বাবেই সমাজবাদৰ নীতিসমূহে তেওঁৰ জীৱনত গভীৰভাৱে ৰেখাপাত কৰে। সেইজন লোক হ'ল নাজিৰাৰ স্থানীয় সমাজবাদী নেতা স্বৰ্গীয় বৈদ্যনাথ বৰপূজাৰী। সেই সময়ত বৰপূজাৰী ছাত্ৰসকলৰ মাজত বৰ প্ৰিয় আছিল। বৰপূজাৰী ডাঙৰীয়াই সমাজবাদৰ নীতিসমূহ প্ৰায়ে ছাত্ৰসকলৰ লগত আলোচনা কৰিছিল। কিশোৰ অনুসন্ধিৎসু মনৰ হিতেশ্বৰ শইকীয়া এইজন ব্যক্তিৰ সান্নিধ্যলৈ আহি মাৰ্ক্স, এনজেলচ্ আৰু লেনিনৰ লিখনিসমূহ মনোযোগেৰে পঢ়িবলৈ সুবিধা পায় আৰু কিছুপৰিমাণে বামপন্থী ভাৱধাৰাৰ প্ৰতিও আকৰ্ষিত হয়। পিছলৈ এই অধ্যয়নে তেওঁক বিভিন্ন ৰাজনৈতিক সমস্যা সমাধানত যথেষ্ট সহায় কৰিছে।

শইকীয়াৰ ৰাজনৈতিক আদৰ্শৰ কথা ক'বলৈ গৈ শিক্ষাবিদ ডঃ পৰেশচন্দ্ৰ দেৱ শৰ্মাই এনেদৰে মন্তব্য কৰিছে—"মহাত্মা গান্ধীৰ আদৰ্শৰ কংগ্ৰেছৰ সদস্য হ'লেও হিতেশ্বৰ শইকীয়া মূলতঃ আছিল সমাজবাদী। ডঃ লোহিয়া, আচাৰ্য নৰেন্দ্ৰদেৱৰ আদৰ্শই তেখেতক অনুপ্ৰাণিত কৰিছিল। সমাজৰ আদৰ্শৰ ক্ষেত্ৰত তেওঁৰ আজিও সেয়াই লক্ষ্য। কিন্তু শাসকৰ নীতিৰ ক্ষেত্ৰত শইকীয়া মহাত্মা গান্ধীৰ আদৰ্শতকৈ মেকিয়াভেলী, চাণক্য আৰু ইন্দিৰা গান্ধীৰ নীতিৰ বেছি ওচৰৰ।" ("হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি") এই ক্ষেত্ৰত মন্তব্য নিষ্প্ৰয়োজন। বিচক্ষণ ৰাজনীতিজ্ঞ শইকীয়াৰ কৰ্মত সমাজবাদৰ আদৰ্শৰ প্ৰতিফলন হৈছে বুলি বহু বুদ্ধিজীৱীয়েও স্বীকাৰ কৰে।

স্কুলীয়া অৱস্থাৰ পৰাই ইংৰাজী আৰু ইতিহাস বিষয় দুটা তেওঁৰ বৰ প্ৰিয় বিষয় আছিল। সেইবাবেই হয়তো শেষত ইতিহাস বিষয়টোতে উচ্চ শিক্ষা লৈছিল। ১৯৫৩ চনত নাজিৰা উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষা লাভৰ কাৰণে গুৱাহাটীৰ কটন কলেজত শইকীয়া ভৰ্তি হয়। ১৯৫৫ চনত কটন কলেজৰ পৰা আই.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ বি.এ. পঢ়িবৰ কাৰণে শইকীয়া আগবাঢ়িল চিলঙৰ চেণ্ট এডমাণ্ডচ্ কলেজলৈ। ইয়াৰে পৰাই ১৯৫৭ চনত বুৰঞ্জী আৰু অৰ্থনীতি মূল বিষয় হিচাপে লৈ স্নাতক হয়। চিলঙত শইকীয়াই বি.টি. ছাত্ৰাবাসত থাকি পঢ়িছিল। এই ছাত্ৰাবাসত তেওঁ ছাত্ৰাবাসৰ ছাত্ৰৰক্ষক (Prefect) হিচাপে নিযুক্তি পাইছিল আৰু দক্ষতাৰে নেতৃত্ব বহন কৰাৰ সুযোগ সুবিধাও পায়। শইকীয়া প্ৰমুখ্যে কেইজনমান ছাত্ৰৰ যত্নতে সেই সময়ত প্ৰথমবাৰ চিলং ষ্টুডেণ্টছ্ এছচিয়েচন বা চিলং ছাত্ৰসংস্থা গঠন হয়। এই ছাত্ৰসংস্থাৰ সম্পাদক পদৰ প্ৰাৰ্থী হিচাপে

শইকীয়া নিৰ্বাচনত নামিছিল যদিও মাত্ৰ ১১টা ভোটৰ ব্যৱধানত ৰামানুজ আদিত্যৰ হাতত পৰাজিত হয়। স্নাতক হোৱাৰ পিছতে গুৱাহাটী বিশ্ববিদ্যালয়ত একেলগে বুৰঞ্জী আৰু আইন বিষয় অধ্যয়ন কৰিবলৈ শইকীয়া গুৱাহাটীলৈ আহে যদিও পিছৰ বছৰত এম.এ. পঢ়িবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা লক্ষ্ণৌ বিশ্ববিদ্যালয়লৈ গুচি যায়। ১৯৫৮ চনৰ পৰা দুবছৰ কাল লক্ষ্ণৌত থাকি ১৯৬০ চনত লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত স্নাতকোত্তৰ উপাধি লাভ কৰে। ছাত্ৰ-জীৱনতে তেওঁ অকল অসমতে নহয়, চিলঙৰ পাহাৰীসকলৰ সংস্পৰ্শলৈ অহাৰ উপৰিও সুদূৰ লক্ষ্ণৌ চহৰতো বহুদিন কটাইছিল। ফলত অসমৰ বাহিৰেও ভাৰতৰ বিভিন্ন অঞ্চলৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ লগত তেওঁৰ সম্বন্ধ ঘটিল। এহাতে চিলঙৰ জনজাতিসকলৰ সংস্কৃতি আৰু আনহাতে হিন্দু-মুছলমানৰ সংস্কৃতিৰ মিলনক্ষেত্ৰ লক্ষ্ণৌৰ সংস্কৃতি সকলো তেওঁৰ পৰিচিত হ'ল।

প্ৰধানকৈ ইতিহাস আৰু অৰ্থনীতিৰ শিক্ষা থকাৰ বাবে তেওঁ এজন বিচক্ষণ ৰাজনীতিজ্ঞ হ'ব পাৰিছে। কাৰণ এই শিক্ষাই পৃথিৱীৰ বিভিন্ন অঞ্চলৰ তথা বিভিন্ন দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক উত্থান-পতনৰ জ্ঞান দিয়ে। শইকীয়াৰ মনত ছাত্ৰ অৱস্থাতে সমাজবাদৰ যি আদৰ্শ অংকুৰিত হৈছিল, উপযুক্ত শিক্ষা আৰু পৰিবেশত জীপ পাই সেই মনোভাৱ আৰু গাঢ়তৰ হৈ উঠিল। ফলত ৰাজনৈতিক জগতত তেওঁ হ'ল অপ্ৰতিদ্বন্দ্বী আৰু অপৰাজেয়।

ছাত্ৰ অৱস্থাত হিতেশ্বৰ শইকীয়া আছিল এজন পাৰদৰ্শী তাৰ্কিক। সেইবাবেই সেই সময়ত এজন আইনজ্ঞ হোৱাৰ তেওঁৰ প্ৰবল হেঁপাহ আছিল। কিন্তু পিতৃৰ পৰা অনুমতি নোপোৱাৰ কাৰণে এই আশা শইকীয়াই পৰিত্যাগ কৰিব লগা হ'ল। উল্লেখযোগ্য যে ১৯৫৭ চনত বি.এ. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত আইনত নাম ভৰ্ত্তি কৰাৰ পিছত আইনৰ শ্ৰেণী আৰম্ভ হোৱাৰ আগদিনা নাজিৰাৰ ঘৰৰ পৰা শইকীয়া যেতিয়া গুৱাহাটীলৈ আহিবলৈ সাজু হ'ল দেউতাক হলধৰ শইকীয়াই পুত্ৰৰ হাতত ধৰি আইন পঢ়িবলৈ বাধা দিছিল। হলধৰ শইকীয়াৰ ধাৰণা আছিল— উকীলে বহু সময়ত যুক্তিৰে মিছাকো সঁচা কৰে আৰু সঁচাকো মিছা কৰে। সময় বুজি এওঁলোকে দুয়োপক্ষৰ পৰা সুবিধা আদায় কৰে। সেইবাবে সহজ সৰল সত্যনিষ্ঠ হলধৰ শইকীয়াই নিজৰ পুত্ৰ আইনজীৱী হোৱাটো অকণো সমৰ্থন কৰা নাছিল। অমায়িক শইকীয়াই পিতৃৰ ইচ্ছা উলঙ্ঘন কৰিব নোৱাৰি কলেজত অধ্যাপনা কৰাটোকে স্থিৰ কৰিলে। পিছত লাহে লাহে সামাজিক কামত আত্মনিয়োগ কৰি ৰাজনীতিৰ আজলৈ সোমাই আহিল। হয়তো পিতৃৰ পৰা বাধা নাপালে তেওঁ এতিয়া এজন প্ৰখ্যাত আইনবিদ হ'লহেঁতেন আৰু অসমে এজন প্ৰখ্যাত ৰাজনীতিবিদ হেৰুৱালেহেঁতেন।

লক্ষ্ণৌৰ পৰা সুখ্যাতিৰে এম.এ. পাচ কৰি ১৯৬০ চনৰ ৯ অক্টোবৰ তাৰিখে নাজিৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত হিতেশ্বৰ শইকীয়াই শিক্ষক হিচাপে যোগদান কৰিলে। ইয়াত কিছুদিন শিক্ষকতা কৰি এই চাকৰি ইস্তফা দি নতুনকৈ স্থাপন কৰা গড়গাঁও কলেজৰ উপাধ্যক্ষ হ'ল।

সেই সময়ত নাজিৰাবাসীয়ে কলেজ এখনৰ অভাৱ বৰকৈ অনুভৱ কৰিছিল। ডেকা সংগঠক হিতেশ্বৰ শইকীয়াই সেইবাবেই কলেজখন গঢ়ি তোলাত মনোযোগ দিলে। নিচেই চালুকীয়া অৱস্থাৰ পৰা কলেজখন তেওঁ আৰু সহকৰ্মী কেইজনমানৰ চেষ্টাত বৰ্তমানৰ এই অৱস্থা পালেহি। সেই সময়ত লক্ষ্ণৌৰ পৰা বুৰঞ্জী বিষয়ত সুখ্যাতিৰে পাচ কৰি অহা শইকীয়াৰ দৰে কৰ্মঠ ডেকা এজনৰ কাৰণে ভাল দৰমহাৰ চাকৰি এটাৰ অভাৱ নাছিল; কিন্তু নিজৰ ঠাইখনৰ উন্নতি কৰিবৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ শইকীয়াই নিজ ঠাইতেই গড়গাঁও কলেজত অধ্যাপনা আৰম্ভ কৰিলে। এইক্ষেত্ৰত তেওঁৰ শিক্ষাগুৰু পবনাথ শৰ্মাই শইকীয়াক উদগণি যোগাইছিল। সেই সময়ত শইকীয়াই কলেজৰ পৰা সামান্য মাহিলি বেতন পাইছিল। তাকো নিয়মীয়াকৈ অনিয়মীয়াভাবে। তেওঁ মিতব্যয়ী আছিল। কলেজৰ পৰা পোৱা মাত্ৰ ৫০ টকাৰে নিজেও চলিছিল আৰু আনকো সহায় কৰিছিল। পিছত তেওঁৰ আৰু সহযোগীসকলৰ চেষ্টা, ত্যাগ আৰু শ্ৰমেৰে গড়গাঁও কলেজখন এখন লেখত ল'বলগীয়া কলেজ কৰি গঢ়ি তুলিলে।

১৯৬৪ চন। মাৰ্চমাহৰ ৭ তাৰিখ। তেতিয়াও শইকীয়া গড়গাঁও কলেজৰ উপাধ্যক্ষ। পিতৃমাতৃৰ ইচ্ছা অনুসৰি শইকীয়া হেমপ্ৰভাৰ লগত বিবাহপাশত আবদ্ধ হ'ল। তেওঁৰ সহধৰ্মিণী হেমপ্ৰভা শইকীয়া তিনিচুকীয়াৰ কমলচন্দ্ৰ সন্দিকৈৰ জীয়ৰী।

তিনিচুকীয়া নগৰৰ পৰা চাৰে-চাৰি মাইল পশ্চিমে টিংৰাইৰ দাঁতি কাষৰতে ইটাখুলি চাহবাগিচা। ইয়াতে হেমপ্ৰভা সন্দিকৈৰ জন্ম। কমলচন্দ্ৰ সন্দিকৈৰ চাৰিজন পুত্ৰ আৰু তিনিগৰাকী কন্যাৰ মাজত হেমপ্ৰভা সন্দিকৈ আছিল সপ্তম আৰু কনিষ্ঠ সন্তান। সেই সময়ত কমলচন্দ্ৰ সন্দিকৈ ইটাখুলী চাহবাগিচাৰ মুখ্য সহায়ক আছিল। হেমপ্ৰভা সন্দিকৈৰ মাতৃ গোলাপী সন্দিকৈ। তেওঁ এগৰাকী সৰল মনৰ ধাৰ্মিক মহিলা। ঘৰুৱা পাৰিবাৰিক কাম-কাজৰ বাহিৰে সংসাৰৰ জটিলতাৰ বিষয়ে তেওঁ আছিল সম্পূৰ্ণ অজ্ঞ। মুখ্যমন্ত্ৰী শইকীয়াৰ অৰ্দ্ধাংগিনী উচ্চশিক্ষিতা ড° হেমপ্ৰভা শইকীয়াই সৰলতা আৰু ধৰ্মপৰায়ণতা গুণ হয়তো তেওঁৰ মাতৃৰ পৰাই উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছে। বাংচাঙি সৰল অন্তৰৰ এই গৰাকী মহিলাই শইকীয়াক কিমান কৰ্মশক্তিৰ যোগান ধৰিছে এই কথা সান্নিধ্যলৈ নহালৈকে উপলব্ধি কৰিব নোৱাৰি।

হেমপ্ৰভা শইকীয়াৰ জন্ম হৈছিল ১৯৪০ চনৰ ২১ ফেব্ৰুৱাৰীত। জন্মৰ কিছুদিন পিছতেই দ্বিতীয় মহাসমৰৰ অভাৱনীয় পৰিস্থিতিৰ বাবে পিতৃ কমলচন্দ্ৰ সন্দিকৈয়ে নিজৰ পৰিয়ালটো ডিব্ৰুগড়ৰ পৰা প্ৰায় ২২ কিলোমিটাৰ নিলগৰ নিজৰ জন্মস্থান কোটোহা গাঁৱত ৰাখিছিল। ইয়াতে চাৰি বছৰমান থকাৰ পিছত সন্দিকৈ পৰিয়ালটো পুনৰ ইটাখুলি চাহবাগিচালৈ উভতি আহে। হিতেশ্বৰ শইকীয়াৰ দৰেই হেমপ্ৰভা শইকীয়াইও শৈশৱকাল চাহ বাগিচাতে অতিবাহিত কৰিছিল। ওচৰতে প্ৰাথমিক শিক্ষা লোৱাৰ পিছত হেমপ্ৰভাই হাইস্কুলীয়া শিক্ষা লাভ কৰিবলৈ তিনিচুকীয়া সাৰ্বজনীন বালিকা বিদ্যালয়ত নাম লগালে। বাগানৰ আওহতীয়া পৰিবেশ। লগতে যান-বাহনৰ অসুবিধা। এই সকলোবোৰ নেওচি নিতৌ ৮ মাইল অহা-যোৱা কৰি স্কুলীয়া শিক্ষা তেওঁ ল'ব লগা হৈছিল। শৈশৱত লাভ কৰা এই অভিজ্ঞতাৰ বাবেই হয়তো বিয়াৰ পিছতে শিক্ষানুষ্ঠান গঢ়া আদি সামাজিক কামত ব্ৰতী স্বামীক তেওঁ সহযোগ আগবঢ়াইছিল। ১৯৫৭ চন। হেমপ্ৰভা শইকীয়া তেতিয়াৰ হেমপ্ৰভা সন্দিকৈ সাৰ্বজনীন বালিকা বিদ্যালয়ৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হ'ল। উচ্চ শিক্ষাৰ কাৰণে তেওঁ গুৱাহাটীলৈ আহিল। ১৯৫৯ চনত গুৱাহাটীৰ সন্দিকৈ মহাবিদ্যালয়ৰ পৰা আই, এ, আৰু ১৯৬১ চনত স্নাতক হয়। ১৯৬৪ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞান বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিলে।

হিতেশ্বৰ শইকীয়াৰ লগত হেমপ্ৰভা শইকীয়াৰ বিয়াৰ বন্দোবস্ত হৈছিল ১৯৬২ চনতে, কিন্তু শইকীয়াৰ পিতৃৰ উচ্চ শিক্ষাৰ প্ৰতি থকা একান্ত ইচ্ছা অনুসৰি হেমপ্ৰভা শইকীয়াই এম.এ. পাছ কৰাৰ পিছতহে এই বিয়া অনুষ্ঠিত হয়। হেমপ্ৰভা শইকীয়াই নিজেই স্মৰণ কৰিছে— "১৯৬২ চনত বি.এ. পৰীক্ষা দি ঘৰত থকাৰ সময়খিনিতেই প্ৰথম শহুৰ দেউতাই আমাৰ বাগানৰ ঘৰলৈ গৈ এক প্ৰকাৰ মোৰ বিয়া খাটাং কৰি থৈ আহে। মোৰ নবৌৰ মুখৰ পৰা গম পাইছিলো যে এনেকুৱা এটা কথা ইতিমধ্যে চলি আছে। দেওৰ ৰোহিণীক মই আগতেই চিনি পাইছিলো। মোৰ সহপাঠী টুনুমাই, বাসন্তীহঁতৰ জৰিয়তে জানিছিলো নাজিৰাৰ কৃষ্টি, সংস্কৃতিত, স্কুল-কলেজ পতা, সমজুৱা কাম আদিৰ লগত এখেত সদায় ওতঃপ্ৰোত ভাবে জড়িত। সেয়ে তেতিয়া হিতেশ্বৰ শইকীয়া এক উদ্যোগী যুৱক বুলি জানিছিলো। মোৰ নবৌৱেও প্ৰায়ে কয়। সেয়ে তেখেতৰ প্ৰতি এটা ধাৰণা কৰিছিলো এক সৎ উদ্যোগী, মৰমীয়াল, উচ্চ শিক্ষিত যুৱক বুলি।"

হেমপ্ৰভা শইকীয়াই বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাতে কেইবাবাৰো শইকীয়াক লগ পোৱাৰ সুযোগ পাইছিল আৰু তেতিয়াই সমাজকৰ্মী শইকীয়াক পত্নী হিচাপে সহায় কৰিবলৈ মানসিকভাৱে তেওঁ প্ৰস্তুত হৈছিল। হেমপ্ৰভা শইকীয়াই এইবিষয়ে

আকৌ কৈছে— "বিয়াৰ আগতেই এক বুজা-পৰাৰে আহিছিলো যে তেখেতে ৰাজনীতি কৰে, সামাজিক কাম কৰে, সেইবোৰত মই সহায় কৰিব লাগিব।"

হেমপ্ৰভা শইকীয়াক প্ৰায়ে লগ পাইছো। বহু কথা সুধিছো। সৰলভাৱেৰে হাঁহি হাঁহি উত্তৰ দিছে। হিতেশ্বৰ শইকীয়াৰ পত্নী হিচাপেই নহয়, নিজেও এতিয়া সামাজিক কামত আত্মনিয়োগ কৰিছে। মুখ্যমন্ত্ৰীৰ পত্নী হৈয়ো ঘৰুৱা কাম-কাজত চকু দিয়ে, ৰন্ধা-বঢ়া কৰে আৰু স্বামীক সামাজিক বহু কামত সহযোগ কৰে। তদুপৰি ধৰ্মভীৰু হেমপ্ৰভা শইকীয়াই ঘৰুৱা পূজা-পাৰ্বণৰ কামতো ব্যস্ত হৈ থাকে। পাৰ্যমানে নিজেই সকলো কৰে।

১৯৬৪ চনত হেমপ্ৰভা শইকীয়া অস্থায়ীভাবে কিছুদিনৰ কাৰণে স্থানীয় হোৱালী হাইস্কুলৰ শিক্ষয়িত্ৰী হৈ সোমাল। ইয়াৰ কিছুদিন পিছতেই স্কুলৰ চাঁকৰি ইস্তফা দি গড়গাঁও কলেজত ৰাজনীতি বিজ্ঞান বিষয়ত প্ৰবক্তা হিচাপে যোগদান কৰিলে। স্বাধীনচিতীয়া শহুৰেক হলধৰ শইকীয়াই তেওঁক শিক্ষানুষ্ঠানত চাকৰি কৰাত যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল।

সেই সময়ত শইকীয়া আৰু তেওঁৰ সহধৰ্মিণী দুয়ো যথেষ্ট আৰ্থিক অনাটনৰ সম্মুখীন হৈছিল। তেওঁৰ কলেজৰ চাকৰিৰ যি সামান্য বেতন পায় তাৰো বেছি অংশই সামাজিক কামত খৰচ হয়। সেইবাবে এই আৰ্থিক সমস্যা সমাধান কৰিবলৈ দুয়ো একেলগে যত্ন কৰে, আলোচনা কৰে। ঘৰুৱা দায়িত্ব, সামাজিক দায়িত্ব এই সকলোবোৰ দুয়োজনৰ সৰমহাৰে যোৰা মাৰিবলৈ অহোপুৰুষাৰ্থ কৰে।

১৯৬৫ চন। তেওঁলোকৰ যুগ্ম জীৱনলৈ প্ৰথম সন্তান দেৱব্ৰতৰ (জিন্টু) আগমন হ'ল। দেৱব্ৰতৰ জন্মৰ পিছত কিছুদিনৰ কাৰণে হেমপ্ৰভা শইকীয়াই অধ্যাপনা বাদ দি সম্পূৰ্ণ সাংসাৰিক জীৱনত সোমাই পৰিল। ইয়াৰ প্ৰায় দুবছৰ পিছতে ১৯৬৭ চনত তেওঁ পুনৰ গড়গাঁও কলেজৰ ৰাজনীতি বিজ্ঞান বিভাগত প্ৰবক্তা পদত নিযুক্তি পালে। তেতিয়াৰ পৰা শইকীয়া কিডনিৰ অসুখত আক্ৰান্ত নোহোৱালৈকে হেমপ্ৰভা শইকীয়াই কলেজত কাম কৰি আছিল। ১৯৮০ চনত শইকীয়াৰ শাৰীৰিক অসুস্থতাৰ বাবে তেওঁ কলেজৰ অধ্যাপনা বাদ দিলে যদিও শিক্ষাজগতৰ পৰা সম্পূৰ্ণ আঁতৰি নাছিল। ইমান ব্যস্ততাৰ মাজতো ১৯৮৭ চনত ৰাজনীতি বিজ্ঞান বিভাগত গৱেষণা কৰি হেমপ্ৰভা শইকীয়াই ডক্টৰেট উপাধি লাভ কৰে। তেতিয়া হিতেশ্বৰ শইকীয়া আছিল মিজোৰামৰ ৰাজ্যপাল।

১৯৬৭ চনত তেওঁলোকৰ দ্বিতীয় পুত্ৰ অশোকৰ জন্ম হ'ল। ইয়াৰে পাঁচ বছৰৰ পিছত (১৯৭২ চনত) তৃতীয় পুত্ৰ গৌতমৰ আগমন। ডাঙৰ পুত্ৰ দেৱব্ৰত (জিন্টু) কলিকতাৰ চেণ্ট জেভিয়াৰ্চ কলেজৰ পৰা বি.এ. পাচ কৰি বৰ্তমান স্বাধীন ব্যৱসায়ত মনোযোগ দিছে। তেওঁ ১৯৯২ চনত যোৰহাটৰ বন্দনাৰ

লগত সংসাৰ পাতিলে। বন্দনাইও ইতিহাসত এম.এ. পাছ কৰিছে। মাজুপুত্ৰ অশোকে (ৰাজু) ইঞ্জিনিয়াৰিং কলেজত পঢ়িছিল। বৰ্তমানে তেওঁ নিজাকৈ ব্যৱসায়ত নামিছে। তেওঁ নাজিৰাতে ব্যবসায় কৰে। শইকীয়াৰ এইজন পুত্ৰ বিখ্যাত বিপ্লবী নেতা ৺খগেন বৰবৰুৱাৰ কন্যা পূৰবীৰ লগত বিবাহ পাশত আবদ্ধ হ'ল। সৰু পুত্ৰ গৌতম (বুল) বৰ্তমান বষ্টনত (আমেৰিকা) পদাৰ্থ বিজ্ঞান বিভাগত স্নাতক মহলাত অধ্যয়নৰত।

শইকীয়া ধৰ্মভীৰু। ঘৰত নিয়মিতৰূপে পূজা-পাৰ্বণ আদি ধৰ্মীয় অনুষ্ঠান কৰে।

এইজন হিতেশ্বৰ শইকীয়াই আওহতীয়া ঠাই এখনত জন্ম গ্ৰহণ কৰি এনেদৰে দোপত দোপে উন্নতি কৰি আহি অসম তথা ভাৰতৰে মুখ উজ্জ্বল কৰিব পাৰিব বুলি কোনে ভাবিছিল বাৰু?

## ॥ ৩ ॥

# কৰ্মজীৱন

*"যিবোৰে বান্ধিব জ্ঞানে কৰ্মসাধনাক বুদ্ধিৰ যুঁৱলি সঁতে*
*সিবোৰ মুকলি জানা পাপ-পুণ্য দুয়োটাৰে পৰশৰ পৰা;*
*সেয়ে তুমি ধনঞ্জয়, যোগৰ সাধনা কৰা,*
*একোকে নহয় যোগ, মাথোঁ এক পৰিপাটি কৰ্মকুশলতা।"*

অসমৰ জাতীয় জন জীৱনৰ বিভিন্ন দিশত, বিভিন্ন গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হোৱা হিতেশ্বৰ শইকীয়া এজন কৰ্মযোগী। তেওঁৰ বিচিত্ৰ কৰ্মময় জীৱন লিখনিৰ মাজত আবদ্ধ কৰা তেনেই সহজসাধ্য নহয়। বিভিন্ন সময়ত কংগ্ৰেছৰ সভাপতি, ৰাজ্যপাল, মন্ত্ৰী, মুখ্যমন্ত্ৰী আদি পদত থাকি তেওঁ সংগঠক হিচাপে সমাজলৈ যথেষ্ট অৱদান আগবঢ়াই আহিছে।

শইকীয়াৰ মনত শৈশৱ কালতে প্ৰভাৱিত কৰা মহান ব্যক্তি দুজনাই হ'ল জাতিৰ পিতা মহাত্মা গান্ধী আৰু পণ্ডিত জৱাহৰলাল নেহৰু। তেওঁলোকৰ আদৰ্শ আৰু ব্যক্তিত্বই সেইসময়তে তেওঁৰ মনত গভীৰ চাপ বহুৱাইছিল। পিছলৈ ইয়েই কৰ্মজীৱনত প্ৰেৰণা যোগাইছে। সেই সময়ত বিশেষকৈ পণ্ডিত জৱাহৰলাল নেহৰুৰ 'Glimses of World History' ৰ মাজেৰে বিশ্ব-ইতিহাস বুজিবলৈ চেষ্টা কৰিছিল। ইয়েই তেওঁক উচ্চশিক্ষা ইতিহাসত ল'বলৈ প্ৰেৰণা যোগাইছিল। আন দুখন প্ৰখ্যাত গ্ৰন্থ হ'ল পণ্ডিত জৱাহৰলাল নেহৰুৰ 'Discovery of India' আৰু মহাত্মা গান্ধীৰ 'My Expriments With Truth'। এই দুখন গ্ৰন্থই তেওঁৰ কিশোৰ মনত গভীৰ সাঁচ বহুৱাইছিল। গান্ধীজীৰ লিখনিত অনুপ্ৰাণিত হৈ তেওঁ আনকি অষ্টমমান শ্ৰেণীত পঢ়ি থাকোঁতেই আমিষ ভোজন ত্যাগ কৰে। ইয়াৰ পিছত তেওঁ হ'ল সম্পূৰ্ণ নিৰামিষভোজী। এই অভ্যাস এৰিব লগা হ'ল ১৯৮০ চনৰ পৰাহে। কিড্নীজনিত অসুস্থতাৰ বাবে ডাক্তৰৰ পৰামৰ্শমতে পুনৰ আমিষ ভোজন কৰিবলৈ বাধ্য হয়। আমিষ ভোজন কৰে যদিও তেওঁৰ খাদ্য একেবাৰে সামান্য।

অল্প নিদ্ৰা। অল্প আহাৰ। তেওঁ দুয়োটাই সৰুকালৰ পৰাই অভ্যাস কৰিছিল। সৰুকালত গান্ধীজীৰ লিখনিৰ দ্বাৰা শইকীয়া এনেদৰে প্ৰভাৱান্বিত হৈছিল যে তিনিফুটাতকৈ বেছি সময়ো শোৱা নাছিল। টোপনি ভাঙিবৰ কাৰণে নিজৰ দুয়োখন ভৰি বান্ধি থৈছিল। যেতিয়াই ভৰিত টান খায় তেতিয়াই শয্যা ত্যাগ কৰি নিজৰ কৰ্তব্য কৰিবলৈ লৈছিল। সেইসময়ত গান্ধীজীৰ জীৱন-দৰ্শনে শইকীয়াক বৰকৈ অনুপ্ৰাণিত কৰিছিল। "অহিংসা" শব্দটো তেতিয়াই তেওঁৰ অন্তৰত খোদিত হৈছিল। সেই সময়তে শইকীয়া বৌদ্ধধৰ্মৰ প্ৰতিও আকৃষ্ট হৈছিল। আনকি ১৯৫০ চনৰ ডিচাংপানীৰ বৌদ্ধ মহামেলত যোগদান কৰিছিল। বৌদ্ধধৰ্মত তেওঁ দীক্ষিত হোৱাৰ ইচ্ছাও প্ৰকাশ কৰিছিল। কমবয়সৰ কাৰণে এইক্ষেত্ৰত অৱশ্যে শইকীয়া কৃতকাৰ্য নহ'ল। সেইবাবে একুৰি তেৰবছৰৰ পিছত ১৯৮৩ চনত হোৱা বৌদ্ধ মহামেলত যোগদান কৰি দহহাজাৰ টকাৰ বৰঙণি এটাও শইকীয়াই আগবঢ়াইছিল। সেই সময়ত বৌদ্ধ মহামেলৰ উদ্যোক্তাসকলক তেওঁ আগৰ কথা সোঁৱৰাই দি বৌদ্ধ মহামেলৰ প্ৰতি থকা ব্যক্তিগত ধাৰণা ৰোমন্থন কৰিছিল। এতিয়াও অহিংসাৰ প্ৰতি থকা তেওঁৰ ধ্যান-ধাৰণাৰ অকণো পৰিবৰ্তন হোৱা পৰিলক্ষিত হোৱা নাই। নিজৰ ধৰ্মৰ প্ৰতি যেনে অচলা ভক্তি আৰু বিশ্বাস, অন্য ধৰ্মৰ প্ৰতিও একেই গভীৰ আস্থা আৰু বিশ্বাস। সেইবাবে ধৰ্মীয় সংখ্যালঘু সম্প্ৰদায়ৰ লোকসকল যাতে কোনো সুবিধাৰ পৰা বঞ্চিত নহয় তাৰবাবে শইকীয়াই সততে দৃষ্টি ৰাখে। পাৰ হৈ যোৱা দিনবোৰত শইকীয়াই কৰ্মৰ মাজেদিয়েই ধৰ্ম বিচাৰি পাইছে। মানৱ ধৰ্মত বিশ্বাসী এইজন ব্যক্তিৰ কাৰণে কৰ্ম আৰু ধৰ্ম অবিচ্ছেদ্য।

কিশোৰ অৱস্থাৰ পৰাই বিভিন্ন সংগঠনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হিতেশ্বৰ শইকীয়াই প্ৰৌঢ়তাৰ দুৱাৰদলিত ভৰি দিও একেই উদ্যমেৰে ৰাজনৈতিক ক্ষেত্ৰৰ বাহিৰেও অসমৰ কলা-সংস্কৃতিৰ জগততো অৰিহণা যোগাই আহিছে। কৰ্মজীৱনৰ আৰম্ভণি তেওঁৰ ছাত্ৰ-অৱস্থাৰ পৰাই আৰম্ভ হৈছে বুলি ক'ব পাৰি। স্কুলীয়া অৱস্থাত শইকীয়া আছিল ভিন্নমুখী প্ৰতিভাসম্পন্ন এজন কিশোৰ। ১৯৫০ চন। শইকীয়া তেতিয়া মাথোন অষ্টমমান শ্ৰেণীৰ ছাত্ৰ। সেইসময়তে প্ৰধানকৈ তেওঁৰ উদ্যোগতে নাজিৰা হাইস্কুলত প্ৰথম ছাত্ৰ একতা সভা গঠন কৰা হ'ল। ১৯৫১ চনত নৱমমান শ্ৰেণীত পঢ়ি থকা অৱস্থাত শইকীয়া পুথিভঁড়াল শাখাৰ সম্পাদক হিচাপেও নিৰ্বাচিত হয়। সেইসময়তে হিতেশ্বৰ শইকীয়াই হাতেলিখা আলোচনী এখনৰ আৰম্ভণী কৰে। নৱমমান শ্ৰেণীৰ ছাত্ৰজনৰ সেই সময়তে ৰাজনৈতিক চেতনা জাগ্ৰত হৈছিল; লিখনিত সেইবোৰ প্ৰতিফলিতও হৈছিল। তেওঁৰ চিন্তাধাৰা আৰু সমাজ-সচেতনতা আলোচনীৰ পাতত লিপিবদ্ধ হোৱা SEATOৰ সুক্ষ্ম সমালোচনাৰ মাজেৰে প্ৰকাশ পাইছে। তেওঁ সেইসময়ত বহুতো

সামাজিক আৰু ৰাজনৈতিক সভা-সমিতিত নিজে সক্ৰিয়ভাৱে যোগদান কৰি ৰাইজৰ সেৱাত ব্ৰতী হৈছিল। সেই সময়ত শইকীয়া বিদ্যালয়ৰ সকলো মেল-মিটিঙৰ নিয়মীয়া শ্ৰোতা আৰু বক্তা। পুথি-ভড়াঁলৰ সম্পাদক হৈ থাকোঁতেই কামৰ গাঁও অঞ্চলৰ ছাত্ৰ বন্ধু সকলৰ লগত গাঁৱলীয়া দুই এটা পুথি-ভড়াঁললৈও তেওঁ গৈছিল। সেই পুথি-ভড়াঁলবোৰৰ অৱস্থা সেইসময়ত টনকিয়াল নাছিল। কিতাপ-পত্ৰও অতি কম আছিল। সেইবোৰ দেখা পাই শইকীয়াই নিজে বাচকবনীয়া কিতাপ সংগ্ৰহ কৰি পুথিভড়াঁল এটা গঢ়াৰ সপোন দেখিছিল। সেই সপোন বাস্তৱত পৰিণত কৰিবলৈ তেওঁ প্ৰয়াস কৰিলে। সেই উদ্দেশ্য আগত ৰাখি নাজিৰাৰ আশে পাশে পুথিভড়াঁল স্থাপন কৰিবলৈ পুঁজি সংগ্ৰহ কৰাৰ কাৰণে এখন ৰাজহুৱা সভা আহ্বান কৰে। ইয়াৰ পিছত শাৰদীয় পূজাৰ সময়ত আনকি তামোল-পাণৰ দোকান দিও শইকীয়াই পুঁজি সংগ্ৰহ কৰিছিল। এনেদৰেই প্ৰথমে সৰু পুথিভঁড়াল এটা স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। তেতিয়া শইকীয়া নৱমমান শ্ৰেণীৰ ছাত্ৰ। এনেকৈ শৈশৱতে সামান্য পুঁজি সংগ্ৰহ কৰি অনুষ্ঠান প্ৰতিষ্ঠান গঢ়ি তুলিবলৈ থকা প্ৰবল হেঁপাহ দেখি অনুমান হয় যে তেওঁৰ ভিতৰত জন্মগতভাৱেই হয়তো এইবোৰ গুণৰ অংকুৰ থাকিব পাৰে। পিছত নিজৰ অসীম পৰিশ্ৰম আশাশুধীয়া প্ৰচেষ্টা আৰু অনুশীলনৰ ফলত এই অংকুৰে জীপ পাই বিকশিত হ'ল। ৰাইজৰ মাজত তেওঁ স্বীকৃতি লাভ কৰিবলৈ সক্ষম হ'ল এজন সুসংগঠক হিচাপে। নিজৰ দক্ষতাৰ বলতে ২৫ বছৰৰ দেওনা নৌ পাৰ হওঁতেই শইকীয়া নাজিৰা টাউন কমিটিৰ উপসভাপতি নিৰ্বাচিত হয়। সেইসময়ত নাজিৰা নগৰখন আটক ধুনীয়াকৈ সজাই চাফ্-চিকুণকৈ ৰখাৰ ওপৰত তেওঁ অধিক গুৰুত্ব দিছিল। আনকি ফলক তৰিছিল "Keep Nazira Clean" ।নাজিৰাৰ নিকটবৰ্তী অঞ্চলৰ উন্নতিৰ কাৰণেও শইকীয়াই যথেষ্ট অৰিহণা যোগাই আহিছে। শিমলুগুৰি জংচনৰ আহল-বহল প্লেটফৰ্ম নিৰ্মাণৰ কাৰণে ভাৰতৰ ৰেলমন্ত্ৰী দপ্তৰৰ ওচৰত ৰাজহুৱাভাৱে দাবী জনোৱাত আগভাগ লৈছিল শইকীয়াই নিজে; সফলো হৈছিল।

১৯৫৬ চন। অসমত অন্য এক আন্দোলনৰ সূত্ৰপাত। বৰ লুইতৰ ওপৰত এখন দলং নিৰ্মাণৰ বাবে অসমৰ ৰাইজ উঠি পৰি লাগিল। সেই সময়ত হিতেশ্বৰ শইকীয়া আছিল ছাত্ৰ। চিলঙৰ চেণ্ট্ এড্মান্ড কলেজৰ। স্নাতক মহলাৰ। অসমীয়া ৰাইজৰ এই ন্যায্য আন্দোলনত যোগদান কৰিবলৈ শইকীয়া কলেজৰ পৰা উভতি আহিল নাজিৰালৈ। ছাত্ৰ, যুৱক, কৃষক, শ্ৰমিক সকলোকে সংগঠিত কৰিলে। আৰম্ভ হ'ল পিকেটিং, অনশন, শোভাযাত্ৰা। আন্দোলনৰ গুৰি ধৰিলে শইকীয়াই নিজে। সেয়াই আছিল সূত্ৰপাত। নাজিৰাৰ পৰা শইকীয়া ওলাল

শিৱসাগৰৰ বহুল সমাজখনলৈ। প্রতিষ্ঠিত হ'ল এজন যুৱনেতাৰূপে। তেওঁৰ জনপ্রিয়তা বাঢ়িবলৈ ধৰিলে।

১৯৫৭ চন। আৰম্ভ হ'ল আন এটা আন্দোলন। ২য় শোধনাগাৰ স্থাপনৰ। এই আন্দোলনৰ ফিৰিঙতি বিয়পি পৰিল অসমৰ চৌদিশে। হিতেশ্বৰ শইকীয়া তেতিয়া চফল ডেকা। এই আন্দোলনত তেওঁ দেহে-কেহে খাটিলে। এই আন্দোলনৰ গুৰিও ধৰিলে শিৱসাগৰ জিলাত। নির্বাচিত হল শিৱসাগৰ তেল শোধনাগাৰ সংগ্রাম পৰিষদৰ যুটীয়া সম্পাদক হিচাপে। ঠায়ে ঠায়ে সভা-সমিতি পাতিলে। সত্যাগ্রহ কৰিলে। চৰকাৰী কার্যসূচী বর্জন কৰিও চৰকাৰৰ ওচৰত অসমৰ ৰাইজৰ দাবী প্রতিপন্ন কৰিবলৈ চেষ্টা কৰিলে। এই সময়ত শইকীয়াদেৱৰ সহযোগী আছিল প্রধানকৈ দুজন-লীলা গগৈ আৰু প্রমোদ গগৈ। এই আন্দোলনত আগ-ভাগ ললে শিৱসাগৰ জিলা Oil Refinery Action Committee য়ে। অৱশেষত অসমৰ ৰাইজ সফল হ'ল। সকলোৰে আশাশুধীয়া চেষ্টাৰ ফলত অসমত দ্বিতীয় তেল শোধনাগাৰ স্থাপন কৰা হ'ল গুৱাহাটীৰ নূনমাটিত। লগে লগে অসমৰ ৰাইজৰ বহুদিনীয়া আশা পূৰণ হ'ল।

সময় বাগৰি গ'ল। তিনিবছৰ পাৰ হ'ল। ১৯৬০ চন। অসমত ভাষা আন্দোলনৰ আৰম্ভণি। হাজাৰ হাজাৰ অসমীয়া লোকে এই আন্দোলনত অংশ গ্রহণ কৰিলে। অসমৰ ব্রহ্মপুত্র উপত্যকাৰ আটাই কেইখন জিলাতে আকাশে বতাহে নিনাদিত হ'ল এক ধ্বনি—"অসমত অসমীয়া ৰাজ্যভাষা হ'ব লাগে।" অংশ ল'লে ডেকা-বুঢ়া, ল'ৰা-ছোৱালী সকলোৰে। সেই সময়ত শইকীয়া আছিল উপাধ্যক্ষ। গড়গাঁও কলেজৰ। ভাষা আন্দোলনত সর্বাত্মকভাবে যোগদান কৰিলে তেওঁ। শইকীয়া নির্বাচিত হ'ল নাজিৰা আঞ্চলিক ভাষা আন্দোলনৰ (Nazira Regional Language Movement) সম্পাদক। দক্ষতাৰে নিজৰ দায়িত্ব তেওঁ পালন কৰিলে। অসমীয়াভাষী আৰু অনাঅসমীয়া লোকৰ মাজত বিভেদৰ প্রাচীৰ তেতিয়াই গঢ়ি উঠিল। সম্ভাৱ নোহোৱা হ'ল। এই ঘটনা প্রধানকৈ ঘটিল ব্রহ্মপুত্র উপত্যকাত। শইকীয়া হৈ উঠিল অধিক তৎপৰ। যত্নপৰ হ'ল সকলো শ্রেণীৰ লোকৰ মাজত সম্ভাৱ ৰাখিবলৈ। আৰম্ভ হ'ল মেল-মিটিং, প্রতিবাদ যাত্রা, চৰকাৰী কার্যালয় অৱৰোধ। নেতৃত্ব দিলে শইকীয়াই। এফালে আন্দোলন কৰি ৰাইজৰ দাবী চৰকাৰৰ সন্মুখত প্রতিপন্ন কৰিবলৈ চেষ্টা কৰিলে আৰু আনফালে ৰাইজৰ মাজত শান্তি সম্প্রীতি ৰক্ষা কৰিবলৈ যত্নপৰ হ'ল। সংখ্যা লঘু সম্প্রদায় যাতে হাৰাশাস্তি নহয় তাৰ কাৰণেও চকু ৰাখিলে। তেওঁলোকৰ জীৱন আৰু সা-সম্পত্তি সুৰক্ষিত কৰি ৰাখিবলৈ, কোনো অপ্রীতিকৰ ঘটনা সেই অঞ্চলত নঘটিবলৈ শইকীয়াই সহকর্মীসকলৰ সৈতে তৎপৰ হল। বহু ঠাইত এই আন্দোলনে ভয়ঙ্কৰ ৰূপ ল'লে। দ্রুতগতিৰে। সক্রিয় হৈ উঠিল বিভেদকামী শক্তিবোৰ। সংঘটিত হ'ল



ৰাষ্ট্ৰপতি ডঃ শঙ্কৰদয়াল শৰ্মা অসমলৈ অহাতে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই ফুলৰ তোৰা দি আদৰণি জনাইছে। কাষত পত্নী ডঃ হেমপ্ৰভা শইকীয়া।



উপৰাষ্ট্ৰপতি কে আৰ নাৰায়ণলৈ মুখ্যমন্ত্ৰী শইকীয়াৰ সশ্ৰদ্ধ সম্ভাষণ।



প্ৰধানমন্ত্ৰী পি. ভি. নৰসিংহ ৰাওৰ লগত।



গুৱাহাটীত অনুষ্ঠিত হোৱা 'অসম সন্ধিয়া' উদ্বোধন কৰি শইকীয়াই বোম্বাইৰ পৰা অহা অতিথি শিল্পীসকলক ৰাইজৰ আগত চিনাকী কৰি দিছে। শিল্পীবৃন্দৰ মাজত গায়িকা সাধনা সৰগম, 'অসম সন্ধিয়া'ৰ সম্পাদক শূল শৰ্মা, ডঃ ভূপেন হাজৰীকা, 'শোলে' নিৰ্মাতা বোম্বাইৰ [illegible] জি. পি. সিপ্পী, [illegible] আৰু কল্যাণজী-আনন্দজী সঙ্গীত পৰিচালক [illegible]।



শান্তি সুমদলৰ নেতৃত্ব বহন কৰি মুখ্যমন্ত্ৰী শইকীয়া।



বড়ো চুক্তি স্বাক্ষৰৰ সময়ত মুখ্যমন্ত্ৰী শইকীয়াৰ লগত কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰী ৰাজেশ পাইলট আৰু আবছুৰ সভাপতি এছ. কে. বিছমুতিয়াৰী।



কৰ্মৰত অৱস্থাত শইকীয়া।



শইকীয়াৰ পিতৃ-মাতৃ শ্ৰীমতি সৰ্গেশ্বৰী শইকীয়া আৰু প্ৰয়াত হলধৰ শইকীয়া।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰায়ভাগত হত্যা, লুণ্ঠন, মাৰপিট। হতাশাই দেখা দিলে জনসাধাৰণৰ মাজত। অৱশ্যে সাময়িক ভাবেহে। আন্দোলনৰ প্ৰতিক্ৰিয়া কমকৈ হল নাজিৰাত। ইও সম্ভৱ হ'ল শইকীয়াৰ সবল নেতৃত্বৰ কাৰণে। শইকীয়াই সহকৰ্মীসকলক লগত লৈ ৰাইজক বুজালে— "আন্দোলনৰ প্ৰকৃত লক্ষ্য অসমীয়া ভাষা ৰাজ্যভাষা কৰা, ই কোনো ব্যক্তিগত লোক অথবা কোনো সম্প্ৰদায়ৰ বিৰুদ্ধে নহয়।" নাজিৰাৰ ৰাইজৰ মাজত শান্তি অটুট ৰল।

হিতেশ্বৰ শইকীয়াৰ দক্ষতাৰ পুনৰ পৰিচয় পোৱা গ'ল ১৯৭২ চনত। ভাষা আন্দোলনত। এই সময়ত আন্দোলনৰ মুখ্য উদ্দেশ্য আছিল এটা। অসমীয়া ভাষা অসমৰ সকলো ঠাইতে শিক্ষাৰ মাধ্যম হ'ব লাগে। আকৌ সদ্ভাৱ, সম্প্ৰীতিৰ অভাৱ পৰিলক্ষিত হ'ল। বহু বঙলা ভাষা-ভাষী লোক নিজৰ ঠাই এৰি গুচি গ'ল। এই আন্দোলনৰ সময়ত শইকীয়া আছিল ৰাজনৈতিক ক্ষমতাত। নিজে গৃহ আৰু শিক্ষা দপ্তৰৰ ৰাজ্যিক মন্ত্ৰী হৈ থকা বাবে তেওঁৰ ওপৰত গধুৰ দায়িত্ব আহি পৰিল। শইকীয়াই ভাষিক সংখ্যালঘুসকলক নিজৰ ঠাইলৈ ওভতাই আনি ৰক্ষণাবেক্ষণ দিয়াৰ দায়িত্ব নিষ্ঠাৰে বহন কৰিলে। শইকীয়া কৃতকাৰ্য হ'ল। এই ক্ষেত্ৰত তেওঁ মহাত্মা গান্ধীৰ আদৰ্শৰ অনুগামী বুলিও ক'ব পাৰি। ৰাজনৈতিক ক্ষমতাত থাকি কোনো সম্প্ৰদায়ৰ প্ৰতি অবিচাৰ তেওঁ কৰিব নোখোজে। অসম তথা অসমীয়াৰ স্বাৰ্থৰ প্ৰতি সদায় সজাগ হৈও অন্য সম্প্ৰদায়ৰ প্ৰতি তেওঁ কঠোৰ মনোভাব কেতিয়াও লবলৈ নিবিচাৰে।

## শৈক্ষিক ক্ষেত্ৰত ভূমিকা

লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ পৰা ওলোৱাৰ পিছত গড়গাঁও কলেজত অধ্যাপনা কৰিবলৈ লোৱা শইকীয়াই কলেজত পাঠদান কৰাৰ উপৰিও নিজৰ কলেজখন আৰু কাষৰ অঞ্চলত শিক্ষানুষ্ঠান গঢ়া আদি গঠনমূলক কামত মনোনিবেশ কৰিলে। নাজিৰাৰ ওচৰৰ বৰতলা উচ্চ ইংৰাজী স্কুলখন পিছলৈ শইকীয়াৰ পৃষ্ঠপোষকতাতে সম্পূৰ্ণ হৈ উঠে। সেই সময়ত বৰতলা উচ্চ ইংৰাজী বিদ্যালয়ৰ তেওঁ সম্পাদক আছিল আৰু দান-বৰঙণি সংগ্ৰহ কৰি অনুষ্ঠানটোৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিছিল। গড়গাঁও কলেজ, শিমলুগুৰি হাইস্কুল, শিমলুগুৰি ছোৱালী হাইস্কুল, কেন্দুগুৰি হাইস্কুল, দৌলবাগান হাইস্কুলৰ উচ্চতৰ মাধ্যমিক শাখা আৰু আন আন বহুত প্ৰাথমিক আৰু মজলীয়া বিদ্যালয়ৰ উন্নতিৰ হকে শইকীয়াই লেখত লবলগীয়া অৰিহণা আগবঢ়াইছিল। হয়তো মনত শিক্ষাৰ প্ৰতি থকা গভীৰ অনুৰাগৰ বাবেই সেই সময়ত শিক্ষকতাৰ লগতে শিক্ষানুষ্ঠান গঢ়াৰ দৰে কঠিন সাংগঠনিক কামত তেওঁ আত্মনিয়োগ কৰিছিল। সেই সময়ত অসমত শিক্ষিতৰ সংখ্যা আছিল নিচেই কম। সেইবাবে শিক্ষানুষ্ঠান স্থাপন কৰি অশিক্ষিত

অসমীয়া ৰাইজক শিক্ষিত কৰি এখন সুন্দৰ অসম গঢ়াৰ সপোন তেওঁ দেখিছিল। কিন্তু বাস্তৱত শিক্ষানুষ্ঠান গঢ়ি তাৰ সহায়ত সামাজিক পৰিবৰ্তন কৰাটো তেনেই সহজ কাম নহয়। মাইলচ্ ব্ৰনচনৰ দৰে ত্যাগী ব্যক্তিসকলে এই কাম অশেষ ত্যাগেৰে বৃটিছ শাসনৰ সময়ত অবিভক্ত অসমৰ বহু অঞ্চলত কৰিছিল। শইকীয়াইও শিক্ষানুষ্ঠান গঢ়িবলৈ যাওঁতে শ্ৰম কৰিব লগা হৈছিল। কৃষি- প্ৰধান সমাজ এখনত শিক্ষাৰ প্ৰতি আগ্ৰহ থকা লোকৰ সংখ্যা নিচেই তাকৰ। নিজৰ চাকৰিৰ প্ৰথম দৰমহাৰে কিনা চাইকেলখনেৰে গাঁও অঞ্চল ঘূৰি ঘূৰি শইকীয়াই অনুষ্ঠানসমূহৰ কাৰণে দান-বৰঙণি সংগ্ৰহ কৰিছিল। দান হিচাপে বহুসময়ত গাঁৱৰ কৃষকসকলে ধান দিছিল আৰু ধানৰ বস্তা তেওঁ চাইকেলত নিজে কঢ়িয়াই আনিও পুঁজি সংগ্ৰহ কৰিছিল। এনেদৰে সংগ্ৰহ কৰা বৰঙণিৰে গড়গাঁও কলেজৰ বিজ্ঞান শাখা স্থাপন কৰাত অৰিহণা যোগাইছিল। ৰাইজৰ সহযোগিতাৰ লগতে শইকীয়াৰ বিচক্ষণতা আৰু অক্লান্ত শ্ৰমৰ বিনিময়ত ষাঠিৰ দশকত বহুকেইখন শিক্ষানুষ্ঠান এই নাজিৰা অঞ্চলত গঢ় লৈ উঠিল, লগে লগে হিতেশ্বৰ শইকীয়া অকল শিক্ষক হিচাপেই নহয়, সংগঠক হিচাপেও সমাজত স্বীকৃতি লাভ কৰিবলৈ সক্ষম হ'ল।

শিক্ষামন্ত্ৰী হিচাপে অসমত শিক্ষাৰ প্ৰসাৰ আৰু উন্নয়নৰ ক্ষেত্ৰত হিতেশ্বৰ শইকীয়াৰ ভূমিকা উল্লেখযোগ্য। শইকীয়াই শিক্ষামন্ত্ৰী হিচাপে তিনিবাৰ কাৰ্য্যনিবাহ কৰে। প্ৰথমবাৰ শৰৎ সিংহ মন্ত্ৰীসভাত ১৯৭২ চনৰ মে মাহৰ পৰা ১৯৭৪ চনৰ মাৰ্চমাহলৈকে, দ্বিতীয়বাৰ টাইমূৰ মন্ত্ৰীসভাত ১৯৮০ চনৰ ডিচেম্বৰ মাহৰ পৰা ১৯৮১ চনৰ জুন মাহলৈকে আৰু শেষৰবাৰ কেশৱ গগৈ মন্ত্ৰীসভাত ১৯৮২ চনৰ জানুৱাৰীৰ পৰা মাৰ্চ মাহলৈকে। এই সময়খিনিত শইকীয়াই শিক্ষা সংস্কাৰৰ কাৰণে বিভিন্ন আঁচনি প্ৰস্তুত কৰি ৰূপায়িত কৰিছিল। যিহেতু প্ৰাথমিক শিক্ষা অতি গুৰুত্বপূৰ্ণ আৰু সংবিধানত সন্নিবিষ্ট কৰা মতে এই শিক্ষা সাৰ্বজনীন হ'ব লাগে, সেয়েহে শইকীয়াই প্ৰাথমিক শিক্ষা সঞ্চালকালয় (Directorate of Elementary Education) নতুনকৈ স্থাপন কৰে। ইয়াৰ আগতে Directorate of Public Instruction বিভাগ, প্ৰাথমিক, মাধ্যমিক, কলেজ, বিশেষ শিক্ষা সকলোৰে দায়িত্বত আছিল। শইকীয়াই উপলব্ধি কৰিছিল যে এটা বিভাগে ইমানবোৰ গুৰুদায়িত্ব পৰিচালনা কৰোতে যথেষ্ট অসুবিধাৰ সন্মুখীন হ'ব পাৰে। ফলত নানান ত্ৰুটি থকাৰো সম্ভাৱনা থাকে। আসোঁৱাহমুক্ত প্ৰাথমিক শিক্ষাৰ বাবে সুকীয়া এটা বিভাগ অতি আৱশ্যকীয়। ৰাজ্যখনৰ শিক্ষাব্যৱস্থাৰ গঠনমূলক সালসলনি ঘটাই তেওঁ নিজৰ দূৰদৰ্শিতাৰ পৰিচয় দিছিল।

শিক্ষামন্ত্ৰী হৈ থাকোতে শইকীয়াই শিক্ষকসকলৰ দুখ-দুৰ্গতিৰ বিষয়ে মনোযোগ দিছিল আৰু শিক্ষকসকলৰ সমস্যা সমাধানৰ কাৰণে সততে আগ্ৰহী আছিল।

তেওঁ শিক্ষকসকলক অসীম শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। অকল শিক্ষামন্ত্ৰী অৱস্থাতেই নহয়, মুখ্যমন্ত্ৰীৰ পদত থাকিও তেওঁ শিক্ষকসকলৰ সুবিধাৰ বাবে বিভিন্ন আঁচনি হাতত লৈ আহিছে। শিক্ষকৰ চাকৰিৰ নিৰাপত্তা আৰু আৰ্থিক সাহায্য দিবলৈ ১৯৭৭ চনৰ অক্টোবৰ মাহৰ ১ তাৰিখে শিক্ষাবিভাগত প্ৰাদেশীকৰণ আইনখনৰ (Provincilisation Act) প্ৰচলন কৰে। ইয়াৰ আগতে স্কুললৈ দিয়া অনুদানবোৰ ৪/৫ মাহৰ মূৰে মূৰে শিক্ষাবিভাগৰ পৰা আহিছিল। শিক্ষকসকলে নিয়মিতভাবে সেইসময়ত দৰমহা পোৱা নাছিল। নিযুক্তিৰ ক্ষেত্ৰতো পৰিচালনা সমিতিৰ ইচ্ছাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছিল। ইয়াৰ ফলত মাধ্যমিক স্কুলৰ শিক্ষকসকলৰ বেছি সংখ্যক লোকেই হতাশাত ভুগিছিল। এসময়ৰ শিক্ষক আৰু এতিয়াৰ দক্ষ প্ৰশাসক হিতেশ্বৰ শইকীয়াই শিক্ষা বিভাগত সংস্কাৰ সাধন কৰি প্ৰাদেশীকৰণ আইনৰ জৰিয়তে ২৪০১ খন স্কুল আৰু ২৫৪১৬ জন শিক্ষকক সুবিধা প্ৰদান কৰে। ইয়াৰ ফলত অকল শিক্ষক সকলেই যে উপকৃত হ'ল এনে নহয়, শিক্ষা অনুষ্ঠান সমূহৰ ওপৰতো চৰকাৰৰ অধিক নিয়ন্ত্ৰণ হ'ল। ছাত্ৰ-ছাত্ৰী সকলেও অধিক সুবিধা লাভ কৰিলে। এই সুবিধা যাতে ৰাজ্যখনৰ ভিতৰুৱা অঞ্চলৰ শিক্ষানুষ্ঠান সমূহেও উপভোগ কৰিব পাৰে তাৰবাবে অধিক সতৰ্কতাৰে শইকীয়াৰ যত্নতে বহুতো তদৰ্থ (Ad hoc) বিদ্যালয় চৰকাৰী সাহায্যপ্ৰাপ্ত বিদ্যালয়লৈ পৰিবৰ্তিত কৰি প্ৰাদেশীকৰণ কৰা হ'ল। শিক্ষা দপ্তৰৰ মন্ত্ৰী হৈ থাকোঁতে তেওঁ শিক্ষানুষ্ঠান সমূহত অসমীয়া, বড়ো আৰু সংস্কৃত ভাষাৰ কেইবাটাও পদ অনুদান দি নতুন শিক্ষক নিযুক্তি দিয়াৰ ব্যৱস্থা কৰি ভাষা-সাহিত্যৰ উন্নতি সাধন কৰিলে। শইকীয়াৰ প্ৰচেষ্টাত বহুসংখ্যক মাদ্ৰাছাত নিয়মীয়া সাহায্য প্ৰদান কৰাৰ ব্যৱস্থা কৰি মাদ্ৰাছাসমূহত শিক্ষা ব্যৱস্থাৰ উন্নতি সাধন কৰিবলৈ যত্ন কৰা হ'ল। তেওঁৰ যত্নতে বহুসংখ্যক বেচৰকাৰী বিদ্যালয় চৰকাৰী হ'ল, কিছুমান বিদ্যালয় চৰকাৰী সাহায্যপ্ৰাপ্ত হ'ল, বহু বিদ্যালয়ে পুথিভঁড়াল, বৈজ্ঞানিক গবেষণাগাৰ আৰু সা-সৰঞ্জাম আদিৰ বাবে অনুদান পালে। বিশেষকৈ বিজ্ঞান শিক্ষাৰ ওপৰত শইকীয়াই অধিক গুৰুত্ব আৰোপ কৰি আহিছে। বিজ্ঞান বিষয়টো বাধ্যতামূলক বিষয় হিচাপে মাধ্যমিক পৰ্যায়ত পৰিগণিত কৰাত উক্ত বিষয়ৰ কাৰণে শিক্ষানুষ্ঠান সমূহত বিজ্ঞান শিক্ষকৰ অভাৱ প্ৰায়ে দেখা যায়। এই অভাৱ দূৰ কৰিবৰ কাৰণে শইকীয়াই বিদ্যালয় সমূহত একোজন অতিৰিক্ত বিজ্ঞান শিক্ষক নিযুক্তি দিয়াৰ ব্যৱস্থা কৰি শিক্ষাৰ মানদণ্ড উন্নত কৰিবলৈ যত্ন কৰিছিল। কাৰিকৰী শিক্ষা বিষয়ৰ উন্নতি সাধনৰ কাৰণে শিলচৰ কাৰিকৰী মহাবিদ্যালয়ত ইলেক্ট্ৰনিক্স্ বিষয়ত পাঠদান নতুনকৈ আৰম্ভ কৰা হয়। ১৯৮৩ চনত শইকীয়া মুখ্যমন্ত্ৰী হোৱাৰ পিছতে এই শিক্ষাৰ ওপৰত অধিক গুৰুত্ব

দি মহাবিদ্যালয়ত এই বিষয় আৰম্ভ কৰা হৈছিল। তেতিয়াৰ পৰাই মেধাবী ছাত্ৰ-ছাত্ৰী সকলে অসমতে এই শিক্ষালাভৰ সুবিধা পালে।

শিক্ষকৰ প্ৰশিক্ষণ দিয়াৰ ক্ষেত্ৰতো শইকীয়াই অধিক গুৰুত্ব দি আহিছে। শিক্ষা দপ্তৰৰ মন্ত্ৰী হৈ থাকোঁতেই কেইবাখনো বিদ্যালয় ঘাটি মঞ্জুৰীৰ পৰ্যায়লৈ আনি বছৰি অধিক সংখ্যক শিক্ষকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল।

অসমৰ বিশ্ববিদ্যালয় কেইখনত স্নাতকোত্তৰ মহলাত কমসংখ্যক আসন থকা বাবে বহুসংখ্যক ছাত্ৰ-ছাত্ৰী উচ্চ শিক্ষা লাভৰ পৰা বঞ্চিত হৈছে। শইকীয়াই সেইবাবেই ঐতিহ্যমণ্ডিত শিক্ষাৰ কেন্দ্ৰ কটন কলেজ সম্পূৰ্ণভাবে স্নাতকোত্তৰ পৰ্যায়লৈ উন্নীত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। আগতেই বহু বিষয়ত স্নাতকোত্তৰ মহলা আছিল যদিও সকলো সুবিধা দি সকলো বিষয়তে স্নাতকোত্তৰ বিভাগ খুলি বৃহৎ অনুষ্ঠান হিচাপে গঢ়ি তুলিবলৈ লোৱা সিদ্ধান্তই বহু ছাত্ৰ-ছাত্ৰীক উচ্চ শিক্ষা লাভৰ প্ৰতি থকা আশা পূৰ্ণ কৰিবলৈ সমৰ্থ হব। আনুষ্ঠানিকভাৱে এই সিদ্ধান্ত ১৯৯২ চনৰ ১৭ অক্টোবৰ তাৰিখে ঘোষণা কৰা হয়।

স্ত্ৰীশিক্ষাৰ প্ৰসাৰ আৰু উন্নতিৰ হকেও শইকীয়াই যথেষ্ট বৰঙণি আগবঢ়াই আহিছে। প্ৰথমবাৰ মুখ্যমন্ত্ৰী হৈ থকা সময়তে শইকীয়াৰ যত্নতে তিনিচুকীয়াত মহিলাৰ বাবে এটা উদ্যোগিক প্ৰশিক্ষণকেন্দ্ৰ (ITI) স্থাপন কৰা হয়। মহিলাৰ বাবে এনেধৰণৰ কেন্দ্ৰ উত্তৰ-পূব ভাৰতত এইটোৱেই একমাত্ৰ প্ৰতিষ্ঠান। ই ভাৰতৰ ভিতৰত ষষ্ঠ।

শইকীয়াই শিক্ষকসকলৰ স্থান সমাজ গঠনত অতি শীৰ্ষস্থানত বুলি উপলব্ধি কৰে। শিক্ষকসকলৰ প্ৰতি থকা এই উচ্চ মনোভাব নিজে লিখা "New Role of Teacher" শীৰ্ষক ইংৰাজী প্ৰবন্ধত প্ৰকাশ পাইছে। শইকীয়াৰ মতে—

"প্ৰাচীন ভাৰতত শিক্ষকসকলে বিশেষ সন্মানৰ স্থান অধিকাৰ কৰিছিল। এইটো নহয় যে তেওঁলোকে ৰাজনৈতিক ক্ষমতা প্ৰয়োগ কৰিছিল অথবা যি কোনো প্ৰকাৰে অৰ্থনৈতিকভাবে স্বচ্ছল হৈ ক্ষমতাশালী হ'বলৈ সক্ষম হৈছিল। শিক্ষকসকল উচ্চ সন্মানৰ অধিকাৰী হোৱাৰ প্ৰধান কাৰণ সমগ্ৰ সমাজৰ বাবে প্ৰধানকৈ ছাত্ৰ-ছাত্ৰী সকলৰ কল্যাণ কৰিবলৈ যাওঁতে তেওঁলোকে কৰা ত্যাগ, শিক্ষকসকলৰ শ্বাশ্বত আত্মজ্ঞান আৰু পাণ্ডিত্য।"

শইকীয়াই সদায় শিক্ষকসকলৰ এই ত্যাগৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি আহিছে। শিক্ষকসকলক তেওঁ সমাজৰ পথ প্ৰদৰ্শক বুলি ভাবে আৰু সেইবাবেই সমাজত শিক্ষকসকলৰ ভূমিকাৰ বিষয়ে উল্লেখ কৰি আকৌ কৈছে—"The teacher by and large have always been imbued with the lofty ideals of selfless service to the society and have been generally accepted as the friend, philosopher and guide to the society."

ইতিহাসে কয় এখন সমাজ সুদৃঢ়কৈ শিক্ষক সকলে গঢ়ি তুলিব পাৰে। শিক্ষকসকলৰ অভিজ্ঞতা আৰু শিক্ষাই সমাজৰ সকলো লোকক সজপথ দেখুৱাই আগুৱাই নিব পাৰে। কৌটিল্যৰ বিখ্যাত 'অৰ্থশাস্ত্ৰ'ত এজন শিক্ষকৰ বাণী লিপিবদ্ধ কৰা হৈছে। এই গ্ৰন্থ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক শিক্ষা লাভৰ বাবে উত্তম গ্ৰন্থ। প্ৰাচীন কালতো চাণক্যৰ দৰে এজন শিক্ষকৰ সহায়তহে চন্দ্ৰগুপ্তই ভাৰতত শক্তিশালী গুপ্তসাম্ৰাজ্য স্থাপন কৰি বাহিৰা শত্ৰুৰ আক্ৰমণৰ পৰা ভাৰতক ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। সৰ্বশেষত ৰাজক্ষমতা তুচ্ছ জ্ঞান কৰি চাণক্য আশ্ৰমলৈ গুছি গ'ল। চাণক্যৰ এই ত্যাগে সমগ্ৰ শিক্ষকক শ্ৰেষ্ঠৰ পৰা শ্ৰেষ্ঠতম কৰি তুলিছে। এখন সমাজত শিক্ষকসকল সদা-জাগ্ৰত প্ৰহৰীৰ দৰে। শিক্ষকসকলে সজ শিক্ষা দান কৰি সমাজৰ কেৰোণ গুছাই প্ৰকৃত পথৰ সন্ধান দিব পাৰে। শইকীয়াই এই কথা বিশ্বাস কৰে আৰু সেইবাবেই সকলো সময়তে সকলো অৱস্থাতে শিক্ষকসকলক সন্মান দেখুৱাই আহিছে।

## সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত শইকীয়া

এজন সফল ৰাজনীতিজ্ঞৰ সূক্ষ্ম অনুভূতিপ্ৰৱণ মন এটা থকাটো তেনেই স্বাভাবিক। শইকীয়াও এজন সফল ৰাজনীতিজ্ঞ। সেয়েহে সূক্ষ্মভাবে সমাজৰ সকলো শ্ৰেণীৰ লোকৰ অনুভূতি, প্ৰত্যেকটো কথা ফঁহিয়াই চাই সকলো পৰিস্থিতি অনুধাবন কৰিবলৈ তেওঁ চেষ্টা কৰে। স্কুলীয়া জীৱনৰ পৰাই সাহিত্য, সংস্কৃতি কলাৰ লগত গভীৰ ভাবে শইকীয়া জড়িত। সাহিত্য সংস্কৃতি ক্ষেত্ৰত তেওঁ ছাত্ৰ-জীৱনৰ পৰাই উল্লেখযোগ্য বৰঙণি আগবঢ়াই আহিছে। ১৯৫৩ চন। শইকীয়া তেতিয়া নাজিৰা হাইস্কুলৰ নৱমমান শ্ৰেণীৰ ছাত্ৰ। কিশোৰ হিতেশ্বৰ শইকীয়াই নাজিৰাত এটা অনুষ্ঠান স্থাপনৰ কাৰণে উঠি পৰি লাগিল। ছাত্ৰ-ছাত্ৰী সকলৰ মাজত সুপ্ত হৈ থকা সাংস্কৃতিক গুণৰাজি প্ৰকাশ কৰিবলৈ এটা অনুষ্ঠানৰ প্ৰয়োজন। নিজে আগভাগ লৈ নাজিৰাত 'নাটক সস্থা' (Drama Association) স্থাপন কৰিলে। এই অনুষ্ঠানটোৱে পিছত (১৯৬৪ চনৰ পৰা) 'নাজিৰা জ্যোতি সমাজ' নামেৰে খ্যাত হ'ল। শইকীয়াৰ পৃষ্ঠপোষকতাত জন্মলাভ কৰা এই সাংস্কৃতিক গোষ্ঠীটোৱে সগৌৰৱে সাংস্কৃতিক দিশত পাৰদৰ্শিতা দেখুৱাইছিল। পিছৰ কালত এই গোষ্ঠীটোৱে বৰ্তমান অসমৰ বহু কেইজন বিখ্যাত শিল্পী গায়কৰো সৃষ্টি কৰিছে বুলি ক'লেও অত্যুক্তি কৰা নহয়। এওঁলোকৰ ভিতৰত মহানন্দ মজিন্দাৰ বৰুৱা, অপূৰ্ব বেজবৰুৱা বৰ্তমান অসমৰ জনপ্ৰিয় কণ্ঠশিল্পী। অধ্যাপক শিৱঠাকুৰ বৰ্তমান অসমৰ এজন লেখত লবলগীয়া বোলছবিৰ পৰিচালক। দাৰা আহমেদো। নাজিৰাত এই দলটোৱে প্ৰথমে মঞ্চত ল'ৰা-ছোৱালীৰ পূৰ্ণাংগ সহ-অভিনয় আৰম্ভ কৰে।

নাজিৰা নাট্যমন্দিৰ আৰু সংগীত বিদ্যালয় আদি ভালেমান সাংস্কৃতিক অনুষ্ঠানৰ লগতো শইকীয়া জড়িত। শইকীয়াই কেবাখনো ধৰ্মসম্বন্ধীয় (Mythological) আৰু সামাজিক নাটকত নিজেও অভিনয় কৰিছিল। 'ডাক্তৰ' নামৰ এখন নাটকত সফলতাৰে অভিনয় কৰি তেওঁ দৰ্শকসকলৰ পৰা প্ৰশংসা লাভ কৰিছিল। নাজিৰাৰ সৰুকালৰ এই ঘটনাসমূহ শইকীয়াৰ মনৰ মণিকোঠাত এতিয়াও সযতনে সঞ্চিত হৈ আছে।

সংস্কৃতিপ্ৰেমী শইকীয়া সেয়েহে ৰাজনীতিৰ মাজত থাকিও অসমৰ সংস্কৃতিৰ উৎকৰ্ষ সাধন কৰিবলৈ সদায় যত্নপৰ। গিৰিশ চৌধুৰী ডাঙৰীয়াই শইকীয়াৰ কলা-সংস্কৃতিৰ প্ৰতি থকা অগাধ প্ৰেম আৰু এই ক্ষেত্ৰত তেখেতৰ কৰ্মৰ বিষয়ে মন্তব্য কৰিছে—"১৯৮৪ চন। বহু চৰ্চিত এখন মন্ত্ৰীসভাত হিতেশ্বৰ শইকীয়া মুখ্যমন্ত্ৰী। এদিনৰ ঘটনা। হঠাৎ জানিব পাৰিলো আমাৰেই চলচ্চিত্ৰ শিল্পৰ মুষ্টিমেয় দুই-তিনজন মান শিল্পী আৰু এই শিল্পৰ লগত জড়িত স্বাৰ্থান্বেষী ব্যক্তিয়ে বিত্তমন্ত্ৰীৰ ওচৰলৈ গৈ অসমীয়া ছবিৰ এবছৰৰ আমোদকৰ প্ৰযোজকক ঘূৰাই দিয়াৰ পদ্ধতিটো বন্ধ কৰিবলৈ উদ্যোগ কৰিছে। অসমীয়া ছবি উদ্যোগৰ প্ৰতি কৰা এই অন্যায়ৰ, এই আত্মঘাতী প্ৰচেষ্টাৰ কথা আমাৰ এজন অনা-অসমীয়া উচ্চপদস্থ বিষয়াই দুখেৰে ভিতৰুৱাকৈ জনালে, যাৰ ওচৰত আমি আজিও কৃতজ্ঞ আৰু আমি ততাতৈয়াকৈ এটি দল মুখ্যমন্ত্ৰীৰ ওচৰলৈ ঢাপলি মেলিলো। ততাতৈয়াকৈ দহ-বাৰ শাৰীমানৰ এখন স্মাৰক-পত্ৰও তৈয়াৰ কৰিলো। আৰু অসমীয়া ছবিয়ে ১৯৫৮ চনৰে পৰা আমাৰ প্ৰচেষ্টাতে পাই অহা এই অনুদানৰ পৰা বঞ্চিত নকৰিবলৈ আৰু অসমীয়া ছবিক এই চৰম বিপৰ্যয়ৰ পৰা ৰক্ষা কৰিবলৈ টানি অনুৰোধ কৰিলো। পিছদিনা আছিল বিধান সভাৰ অধিবেশন। শুনামতে হয়তো সেই অধিবেশনতেই এই সৰ্বনাশীয়া প্ৰচেষ্টা বিধিবদ্ধ হ'লহেঁতেন। নিশা প্ৰায় ৯ বাজিছে। জনতা ভৱনত আমিবোৰ বৈ আছো। মুখ্যমন্ত্ৰী শইকীয়া সিদিনাই কিছু সময় আগতে ছিকিমৰ পৰা আহি পাইছে। তেনে এটি মুহূৰ্ততে আমি আটায়ে গৈ দেখা কৰিলো। আমাৰ স্মাৰক-পত্ৰ দিলো, আমাৰ বিপদৰ কথা জনালো। মাত্ৰ দুই মিনিট সময়ৰ ভিতৰতে তেওঁ তেওঁৰ অভিমত জনালে আৰু হাঁহিৰে সৈতে জনালে যে তেওঁ কথা বুজি পাইছে, আমোদকৰ ওভোতাই দিয়া পদ্ধতি কোনো অৱস্থাতেই বন্ধ কৰিবলৈ দিয়া নহ'ব, আমি সেইবিষয়ে নিশ্চিন্ত থাকিব পাৰো। আমি স্বস্তিৰ নিশ্বাস পেলাই নিশ্চিন্ত হৈ তাৰ পৰা গুচি আহিলো। আজিও সেই পদ্ধতি বাহাল আছে, আৰু সেয়েই সংস্কৃতিপ্ৰেমী, সংস্কৃতিৰ ৰখীয়া এই ব্যক্তিজনাৰ কথা আমি আজিও পাহৰিব পৰা নাই।" (হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি পৃ ৩২, ৩৩)

অসমত এটা অত্যাধুনিক সাংস্কৃতিক প্ৰকল্প স্থাপনৰ কাৰণে শইকীয়া অতি আগ্ৰহী। এই প্ৰকল্প স্থাপনৰ বাবে প্ৰাৰম্ভিক কাম কাজ আৰম্ভ কৰা হৈছে। '৯৩ ৰ ১৫ জানুৱাৰীত এই সাংস্কৃতিক প্ৰকল্পৰ আধাৰশিলা স্থাপন কৰা হ'ল। সংস্কৃতিৰ প্ৰতি উদ্বুদ্ধ হৈয়ে নিজৰ পুত্ৰ অশোকক সৰু-কালতে অভিনয়তো নমাইছিল। সংস্কৃতিৰ প্ৰতি থকা আন্তৰিকতা, শ্ৰদ্ধা আৰু ইয়াৰ উন্নতিৰ অৰ্থে কৰা কাম কাজে তেওঁৰ সাংস্কৃতিক মনটোৰ পৰিচয় দিয়ে। অসমৰ ৰাজনীতিৰ কাঁইটীয়া পৰিবেশ আৰু অপৰিসীম ব্যস্ততাৰ মাজতো শইকীয়াৰ সাংস্কৃতিক মনটো অকণো মলিন হোৱা নাই। গোপীনাথ বৰদলৈ, বিষ্ণুপ্ৰসাদ চলিহা আৰু মহেন্দ্ৰমোহন চৌধুৰী আছিল এনে এজন ব্যক্তি। শইকীয়াইও এখেতসকলৰ দৰেই ৰাজনীতিৰ লগতে সামাজিক দিশতো অৰিহণা যোগাই আহিছে। শইকীয়াৰ অৰিহণাই অসমৰ পলসুৱা সাংস্কৃতিক ক্ষেত্ৰখনত আৰু উৰ্বৰতা বঢ়াব, নতুনকৈ জীপাল কৰিব, ইয়াতেই অসমীয়া লোকৰ প্ৰতিভাৰ বিকাশ ঘটিব।

সাহিত্যৰ ক্ষেত্ৰতো শইকীয়াৰ অৱদান নিঃসন্দেহে যথেষ্ট। সামাজিক কামত ব্যস্ত হৈ থাকোঁতে লগতে ৰাজনীতিৰ মেৰপাকত সোমাই সময়ৰ অভাৱত সাহিত্য ৰচনাৰ ক্ষেত্ৰত বেছিকৈ মনোনিবেশ কৰিব নোৱাৰিলেও বিগত বছৰবোৰত বিভিন্ন সামাজিক সমস্যাৰ ওপৰত বহুতো তথ্যগধুৰ প্ৰবন্ধ-পাতি ৰচনা কৰি, বক্তৃতা দি ভাষা-জননীৰ তেওঁ সেৱা কৰিছে। ইতিমধ্যে উল্লেখ কৰা হৈছে যে ছাত্ৰ অৱস্থাৰ পৰাই শইকীয়াৰ সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগ আছিল। স্কুলীয়া ছাত্ৰ হৈ থাকোঁতে হিতেশ্বৰ শইকীয়াৰ উদ্যোগতে প্ৰথম নাজিৰা উচ্চ ইংৰাজী বিদ্যালয়ৰ পুথি ভঁড়াল এটা স্থাপন কৰা হৈছিল। সহপাঠীসকলে ইয়াৰ স্বীকৃতি স্বৰূপে তেওঁক উক্ত পুথিভঁড়ালটোৰ সম্পাদকো নিৰ্বাচিত কৰিছিল। স্কুলৰ পুথিভঁড়ালৰ যোগেদি শইকিয়াই বহল পঢ়ুৱৈ সমাজ এখনৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ নিজেও এজন পঢ়ুৱৈ। পঢ়াৰ লগতে লিখাৰ অভ্যাসো নিয়মিতভাবে তেওঁ ছাত্ৰ অৱস্থাৰ পৰাই কৰি আহিছে। সীমিত ভাবে হ'লেও তেওঁৰ ৰচনাৱলী বিভিন্ন সংবাদপত্ৰ আলোচনীত প্ৰকাশ পাইছে। ইতিমধ্যে তেওঁৰ বক্তৃতাৰ এটা সংকলন "ৰাইজ" প্ৰকাশো হৈছে।

লিখনিৰ উপৰিও অসম সাহিত্য সভাৰ যোগেদিও শইকীয়াই অসমীয়া সাহিত্যলৈ অনুৰাগ প্ৰকাশ কৰিছে। অসম সাহিত্য সভাৰ তেওঁ এজন আগশাৰীৰ কৰ্মীহিচাপে সুপৰিচিত। অসম সাহিত্য সভাৰ নাজিৰা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ শইকীয়া আছিল সহকাৰী সম্পাদক। নিষ্ঠাৰে নিজৰ কৰ্তব্য পালন কৰি সাহিত্য সভাৰ এই অধিবেশন সফল কৰিবলৈ তেওঁ সমৰ্থ হৈছিল।

অসম সাহিত্য সভাৰ ৪৩ তম অধিবেশন ১৯৭৬ চনৰ এক, দুই আৰু তিনি ফেব্ৰুৱাৰীত সেইসময়ৰ কামৰূপ জিলাৰ টিহুত অনুষ্ঠিত হৈছিল। হিতেশ্বৰ

শইকীয়া আছিল এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ মুখ্য উপদেষ্টা। তদুপৰি তেওঁ আছিল সেই সময়ত অসমৰ গৃহ, জনসম্পৰ্ক আৰু সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী। উক্ত অধিবেশনৰ স্মৃতি-গ্ৰন্থলৈ পঠোৱা তেওঁৰ শুভেচ্ছাবাণীত সাহিত্য আৰু সাহিত্যিক সকলৰ উদ্দেশ্যে এনেদৰে কৈছে— "সাহিত্য জাতিৰ প্ৰগতি আৰু সংহতিৰ প্ৰতীক। সাহিত্যই যুগৰ প্ৰতিনিধিত্ব কৰে। এই যুগ জনতাৰ যুগ। আমাৰ কবি-সাহিত্যিক সকলে জনতাৰ সাহিত্য সৃষ্টি কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগে আৰু তেনে সাহিত্যৰ জৰিয়তে সাম্প্ৰদায়িক সম্প্ৰীতি আৰু সংহতিৰ ভেটি গঢ়ি তোলাৰ প্ৰতিও মনোনিবেশ কৰিব লাগে।

সাহিত্য উদ্দেশ্যধৰ্মী হ'লেহে কালজয়ী হয়। দেশখনক বিভেদকামী শক্তি আৰু বিদেশী প্ৰৰোচনাৰ পৰা মুক্ত কৰা ক্ষেত্ৰত কবি-সাহিত্যিক সকলে বিশেষ ভূমিকা লব পাৰে। দেশখনৰ জনতাক নতুন আদৰ্শেৰে অনুপ্ৰাণিত কৰি নতুন বাটেৰে বাট বোলাব পাৰে সাহিত্যিক সকলেহে। মই আশা ৰাখিছো আমাৰ দেশত প্ৰতিভাবান সাহিত্যিক সকলে উদ্দেশ্যধৰ্মী কালজয়ী সাহিত্যৰ সৃষ্টি কৰি অসমীয়া সাহিত্যক বিশ্বৰ সাহিত্য মঞ্চত আগশাৰীত স্থান দিবলৈ সমৰ্থ হ'ব।"

আনকি অসম সাহিত্য সভাৰ ৫৮ তম অধিবেশনত অসম সাহিত্য সভাৰ উদ্দেশ্যৰ বিষয়ে তেওঁ কৈছে—

"জাতি-ধৰ্ম-ভাষা-সম্প্ৰদায় নিৰ্বিশেষে অসমৰ সকলো শ্ৰেণীৰ ৰাইজৰ সমন্বিত বিকাশৰ উদ্দেশ্যত ব্ৰতী এই মহান অনুষ্ঠানটি আটাইৰে মহামিলনৰ সাৰ্থক ক্ষেত্ৰ হৈ উঠাতো আমিও মনে প্ৰাণে কামনা কৰো। ৰাজ্যখনৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ সমন্বিত বিকাশ সাধনৰ বাবে ভাষা-সমন্বয় সমিতি গঠনৰ যোগে সভাই লোৱা সজ প্ৰচেষ্টাৰো আমি শলাগ লওঁ। অসমৰ প্ৰতিটো জনগোষ্ঠীৰ ভাষাই বাঞ্ছিত বিকাশ লাভ কৰক আৰু আটাইৰে উমৈহতীয়া সহযোগী ভাষা হিচাপে অসমীয়া ভাষাই গুৰুত্ব লাভ কৰক। এনে পাৰস্পৰিক সহযোগিতাৰ ভিত্তিতহে আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সুস্থ বিকাশৰ বাট বহল হ'ব। এনে সচেতনতা আমি দিব পাৰিলে আমাৰ মাজত থকা বহু ভুল বুজাবুজিও আঁতৰ হ'ব বুলি আমাৰ বিশ্বাস। জনগোষ্ঠীয় ভাষাসমূহৰ শব্দসম্ভাৰ সংগ্ৰহ আৰু প্ৰকাশৰ ব্যৱস্থা, অজনজাতীয় লোকৰ বাবে জনজাতীয় ভাষা শিকাৰ ব্যৱস্থা, লোক-কলা, লোক-কথা, গীত-মাত আদিৰ সংগ্ৰহ, চৰ্চা আৰু গবেষণাৰ ব্যৱস্থা সাংস্কৃতিক সমন্বয়ৰ উপযুক্ত কাৰ্যসূচী আদি সূচাৰু ৰূপে চলাব পাৰিলে অসমৰ আবেগিক ঐক্য সংহতি আৰু বৌদ্ধিক, সামাজিক ক্ষেত্ৰত উৎকৰ্ষ সাধনত সভাই বিশেষ অৰিহণা যোগাব পাৰিব বুলি আমি ভাবো।"

অসমীয়া সাহিত্যৰ প্ৰতি তেওঁৰ গভীৰ ভালপোৱা নিজৰ ৰচনাসমূহত প্ৰতিফলিত হৈছে। লিখনিসমূহত শইকীয়াৰ ঐক্য আৰু সংহতিৰ প্ৰতি থকা মনোভাবো

স্পষ্ট হৈ উঠিছে। উল্লেখযোগ্য যে শইকীয়াৰ ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে ব্যুৎপত্তি আছে। লিখনিসমূহতো এক স্বকীয় বৈশিষ্ট্য আছে। সামাজিক সমস্যাৰ ওপৰত তেওঁ সদায় অধিক গুৰুত্ব দি আহিছে আৰু সেইবাবে লিখনিসমূহতো সামাজিক সমস্যা আৰু ইয়াৰ সমাধানৰ বাবে পথ ৰচনা কৰিছে।

শিল্পী সাহিত্যিক আৰু সাংবাদিক সকলক পেঞ্চন দিয়াৰ আঁচনি গ্ৰহণ কৰি তেওঁ শিল্পী সাহিত্যিক সকলক উৎসাহিত কৰিছে। তদুপৰি আৰ্থিক অনাটনত ভোগা সাহিত্যিক সকলৰ গ্ৰন্থ প্ৰকাশৰ বাবে আৰ্থিক অনুদানৰ ব্যৱস্থা কৰি সাহিত্য সংস্কৃতিৰ বিকাশত শইকীয়াই অৰিহণা যোগাই আহিছে। সংবাদ-সেৱাত জড়িত লোক সকলো ইয়াৰদ্বাৰা উপকৃত হৈছে।

## খেল-ধেমালিৰ ক্ষেত্ৰত

খেল-ধেমালিৰ ক্ষেত্ৰতো শইকীয়াৰ অৰিহণা যথেষ্ট। বৰ্তমান শইকীয়াই অসমত ক্ৰীড়া মহাবিদ্যালয় এখন স্থাপনৰ বাবে যত্ন কৰিছে। এই মহাবিদ্যালয় পঞ্জাবৰ পাতিয়ালাত থকা ক্ৰীড়া মহাবিদ্যালয়ৰ আৰ্হিত স্থাপন হ'ব বুলি আশা কৰা হৈছে। তদুপৰি তেওঁৰ উদ্যোগতে গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম ২৫ লাখ টকা ব্যয় কৰি বিজ্ঞানসম্মতভাৱে নিৰ্মাণ কৰি ক্ৰীড়াপ্ৰেমী সকলক সুবিধা দিয়াৰ বাবে যত্ন কৰা হৈছে। মুখ্যমন্ত্ৰী (১৯৮৩-৮৫) হৈ থাকোঁতে শইকীয়াই ৰাজ্যখনৰ খেল-ধেমালিৰ উন্নতিৰ অৰ্থে বহু পৰিকল্পনা হাতত লয়। খেল-ধেমালিৰ ক্ষেত্ৰত ৰাজ্যৰ খেলুৱৈসকলক সা-সুবিধা দিয়াৰ অৰ্থে আঠখন জিলা সদৰত ক্ৰীড়াকেন্দ্ৰ স্থাপন কৰাৰ উপৰিও নগাঁৱৰ ইন্দ'ৰ ষ্টেডিয়ামৰ (Indoor Stadium) কাম হাতত লয়। খেলুৱৈ সকলক প্ৰেৰণা দিয়াৰ উদ্দেশ্যেৰে যুৱ খেলুৱৈলৈ বৃত্তি আৰু প্ৰৌঢ় সকললৈ পেঞ্চন দিয়াৰ ব্যৱস্থাও কৰা হৈছে। "অসম ট্ৰিবিউন" কাকতত (১৫ আগষ্ট, ১৯৮৩ চন) শইকীয়াই খেলুৱৈ সকলৰ প্ৰতি আগবঢ়োৱা উল্লেখযোগ্য বৰঙণি উল্লেখ কৰি সম্পাদকীয়ত লিখিছে—

"স্বাধীনতা দিৱস উপলক্ষে শ্ৰীহিতেশ্বৰ শইকীয়াই ৰাজ্যখনৰ খেলুৱৈ খেল-ধেমালি সংগঠকলৈ পাচোঁটা পেঞ্চন দিয়াৰ ঘোষণা কৰিছে; স্বাধীনতা দিৱসৰ এই উপহাৰৰ প্ৰতি সকলোৱে আদৰণি জনাইছে। ৰাজনৈতিক আৰু অন্যান্য পেঞ্চান আগৰে পৰাই আছিল যদিও খেলুৱৈ সকলৰ বাবে পেঞ্চনৰ ব্যৱস্থা কৰি পোন প্ৰথমবাৰ ৰাজ্য প্ৰশাসনে তেওঁলোকৰ সেৱা আৰু বৰঙণিৰ স্বীকৃতি দিলে।"

অসমৰ নাজিৰাত পুনৰ এটা ষ্টেডিয়াম নিৰ্মাণৰ কাম হাতত লৈও শইকীয়াই ক্ৰীড়াপ্ৰেমী ৰাইজলৈ অন্য এক বৰঙণি আগবঢ়ালে।

শইকীয়া আছিল নিজেও এজন খেলুৱৈ। গ'লৰক্ষক। বৰ সুন্দৰভাৱে বল ধৰিব পাৰে। এতিয়া সকু খেল-পথাৰ খনৰ পৰা অসমৰ বৃহত্তৰ ৰাজনৈতিক পথাৰখনলৈ আহিছে ৰক্ষক হিচাপে। কিমানদূৰ কৃতকার্যতা লাভ কৰিব ই নির্ভৰ কৰিছে পৰিস্থিতিৰ ওপৰত, শইকীয়াৰ দক্ষতাৰ ওপৰত।

## চাহবনুৱা জনজাতি আৰু অন্যান্য পিছপৰা লোকসকলৰ ক্ষেত্ৰত

চাহবাগিচাৰ বনুৱা শ্ৰমিকসকল বৃহৎ অসমীয়া জাতিৰ এক অংশ। এই সম্প্ৰদায়ৰ লোকসকলে অসমৰ সামাজিক, সাংস্কৃতিক আৰু অর্থনৈতিক দিশত উল্লেখযোগ্য বৰঙণি যোগাই আহিছে।

চাহবাগিচা। ইয়াৰ আৰম্ভণি কৰিছিল বৃটিছ সকলে। পৰীক্ষামূলকভাৱে ১৮৩৫ চনৰ পৰা ১৮৫২ চনলৈকে অসমত চাহবাগিচা খোলা হৈছিল। ১৯ শতিকাৰ মাজ ভাগতহে প্ৰধানকৈ অসমৰ চাহ শিল্পৰ সম্প্ৰসাৰণ হয়। বৃটিছসকলে প্ৰথম অসমত চাহখেতি কৰিবৰ কাৰণে ১২০০ জন চীনালোক চীনদেশৰ পৰা আনিছিল। ইয়াৰে ভালেকেইজন কলিকতা গোৱালন্দ হৈ অসম পাওঁতে বেমাৰত পৰিল আৰু মৃত্যু হ'ল। কিছুলোক আহি পৰীক্ষামূলকভাৱে খোলা চাহবাগিচা কেইখনমানত চাহগছ ৰোৱাৰ কামত সোমায়। পিছলৈ এওঁলোকৰ কিছুসংখ্যক লোক গুছি গ'ল আৰু কিছু সংখ্যক অসমতে ৰ'ল। পিছত কিছুসংখ্যক চীনালোক কাঠমিস্ত্ৰী, কাৰিকৰ আদি হৈ চাহবাগিচাতে থাকিল। বেছিসংখ্যক মাকুমলৈ আহি বসতি কৰিবলৈ লয়। ১৯৬২ চনৰ চীনা আক্ৰমণত "চাইনা টাউন"ৰ বহু অংশ চেদেলী-ভেদেলী হ'ল। (From Planters to Swaraj—ডঃ অমলেন্দু গুহ) অসমীয়া লোকসকলে প্ৰথমে চাহবাগিচাত কাম কৰিবলৈ শিকে চীনাসকলৰ পৰা। চাহবাগিচাৰ সম্প্ৰসাৰণ হোৱাৰ লগে লগে অধিক সংখ্যক বনুৱাৰ আৱশ্যক হ'ল। শাসনত থকা বৃটিছসকলে মধ্যপ্ৰদেশ, উৰিষ্যা, বিহাৰ আদিৰ পৰা বিভিন্ন জনজাতীয় গোষ্ঠীৰ লোক শ্ৰমিক হিচাপে অসমলৈ আনিবলৈ আৰম্ভ কৰে। কালক্ৰমত এই লোকসকলে অসমৰ ভাষা সংস্কৃতি গ্ৰহণ কৰি বৃহৎ অসমীয়া জাতিৰ এক অংশ হৈ পৰিল। এওঁলোক আৰু অসমৰ থলুৱা অন্যলোকৰ মাজত বর্তমান কোনো পার্থক্য নাই।

হিতেশ্বৰ শইকীয়াৰ জন্মও হৈছিল এখন চাহবাগিচাতে। শৈশৱকাল চাহবাগিচাৰ বনুৱা সম্প্ৰদায়ৰ মাজতে অতিবাহিত কৰা শইকীয়া এইসকল লোকৰ সুখ-দুখ হাঁহি- কান্দোনৰ সমভাগী। বৃটিছৰ হাতৰ পৰা ভাৰত স্বাধীন হ'ল। কিন্তু চাহ-বনুৱা সম্প্ৰদায়ৰ আৰ্থিক বা সামাজিক দিশত কোনো পৰিবর্তন নহ'ল। শৈশৱত তেওঁ দেখা পৰাধীন অসমৰ চাহ-বনুৱা সকলৰ অর্থনৈতিক আৰু সামাজিক

অৱস্থা আৰু কিশোৰত দেখা স্বাধীন অসমৰ বনুৱা সকলৰ অৱস্থা একে হৈয়ে থাকিল। দৰবদী অন্তৰৰ শইকীয়া যুৱনেতা হৈয়ে এই সম্প্ৰদায়ৰ লোকসকলৰ সৰ্বাংগীন উন্নতিৰ বাবে কাম কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। তেওঁ উপলব্ধি কৰিছিল যে যিসকল লোকৰ সাহায্যত ভাৰতে এক বুজন পৰিমাণৰ বৈদেশিক মুদ্ৰা অৰ্জন কৰে সেইসকল লোক অৱহেলিত হৈ থাকিব নোৱাৰে। জীৱন ধাৰণৰ নূন্যতম সুবিধাখিনিৰ পৰা তেওঁলোকক বঞ্চিত কৰি ৰখাৰ অধিকাৰ কাৰো নাই। সেইবাবে গড়গাঁও কলেজত উপাধ্যক্ষ হৈ থকা সময়তে হিতেশ্বৰ শইকীয়াই নাজিৰা এলেকাৰ প্ৰায় সকলোবোৰ চাহবাগিচালৈ গৈ চাহ-বনুৱা সকলৰ অভাৱ অভিযোগসমূহৰ খবৰ লবলৈ ধৰিলে। মাজে সময়ে শিক্ষাৰ অভাৱত থকা এইসকল লোকক শিক্ষালাভ কৰিবলৈ সুবিধা দিয়াৰ অৰ্থে তেওঁ সহকৰ্মীসকলক লগতলৈ প্ৰতিখন চাহবাগিচাতে কমেও এখনকৈ প্ৰাইমাৰী স্কুল পাতিবলৈ দিহা কৰিলে। নিজে চাহবাগিচাত জন্মহোৱা বাবে শৈশৱত শিক্ষানুষ্ঠানৰ অভাৱত আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰিব নোৱাৰা শইকীয়াই চাহ-মজদুৰসকল শৈক্ষিক দিশত অনগ্ৰসৰ হোৱাৰ কাৰণ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। সেইবাবে মজদুৰ শ্ৰেণীৰ এই লোকসকলক শিক্ষিত কৰি সামাজিক দিশত অন্যালোকৰ দৰে আগবঢ়াই নিবলৈ তেওঁ যৎপৰোনাস্তি চেষ্টা কৰি আহিছে। স্কুলৰ উপৰিও বাগিচাবোৰত চিকিৎসাৰ ব্যৱস্থা, বাসগৃহৰ উন্নয়নৰ ব্যৱস্থা আদি কাৰ্যতো শইকীয়া ওতঃপ্ৰোতভাৱে জড়িত আছিল। বাগিচাবোৰত কৰ্মী আৰু নাগৰিকৰ কৰ্তব্য আৰু অধিকাৰ সম্পৰ্কেও সেই সময়ত শইকীয়াই প্ৰচাৰ চলাইছিল। সেইবাবে শইকীয়া যুৱনেতা হিচাপে লাহে লাহে বাগিচাৰ কৰ্মীসকলৰ মাজত প্ৰিয় হৈ পৰিল। প্ৰশাসক হিচাপেও তেওঁ এই সম্প্ৰদায়ৰ মাজত বন্ধুৰূপে স্বীকৃতি পাই আহিছে। ছাত্ৰ অৱস্থাৰ পৰা বৰ্তমানলৈকে চাহ-বনুৱা সকলৰ সমূহীয়া কল্যাণৰ কাৰণে, মঙ্গলৰ কাৰণে বিভিন্নধৰণৰ অৰিহণা যোগাই আহিছে। চাহবাগিচাৰ প্ৰাইমাৰী বিদ্যালয়সমূহ তেওঁৰ প্ৰচেষ্টাতে পৰ্যায়ক্ৰমে ৰাজ্য চৰকাৰৰ হাতলৈ আহে। শইকীয়াৰ অন্য এক উল্লেখযোগ্য বৰঙণি হৈছে অনুসূচীত জাতি, জনজাতি আৰু চাহ-বনুৱা সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীৰ বাবে মাধ্যমিক আৰু মহাবিদ্যালয়ৰ পৰ্যায়ত জলপানীৰ ব্যৱস্থা কৰা। মুখ্যমন্ত্ৰী হৈ থকা কালত অসমত বসবাস কৰা এই চাহ-মজদুৰ সকলক প্ৰয়োজনীয় সা-সুবিধা প্ৰদান কৰাৰ উদ্দেশ্যে শইকীয়াই এক বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰে। তেওঁৰ প্ৰচেষ্টাতে চাহ-বনুৱা সকলৰ অধিক সুবিধাৰ অৰ্থে এটা সুকীয়া সঞ্চালকালয় স্থাপন কৰা হৈছে। চাহ-বনুৱা সকলক উপযুক্ত খাদ্যৰ যোগান ধৰা আৰু তেওঁলোকে উপযুক্ত ব'নাচ লাভ কৰাৰ উদ্দেশ্যে শইকীয়াই চাহ-উদ্যোগ কৰ্তৃপক্ষ আৰু মজদুৰ সংগঠনৰ লগত কেইবালানিও আলোচনা কৰি বিভিন্ন গঠনমূলক আঁচনিও হাতত লৈছে। চাহবাগিচাৰ

ল'ৰা-ছোৱালীক বিনামূলীয়াকৈ কিতাপ-পত্ৰ আৰু সাজ-পোচাক দিয়াৰ ব্যৱস্থা কৰি লগতে প্ৰাথমিক পৰ্যায়ত স্কুলীয়া ছাত্ৰ-ছাত্ৰীক মধ্যাহ্ন আহাৰ দিয়াৰ আঁচনি প্ৰস্তুত কৰি মহানুভৱতাৰ পৰিচয়ো দিছে।

অনুসূচীত জাতি, জনজাতিসকলৰ সামাজিক আৰু অৰ্থনৈতিক উন্নতিৰ বাবে শইকীয়াই নিষ্ঠাৰে যত্ন কৰি আহিছে। ভৈয়ামৰ জনজাতীয় লোক সকলৰ কল্যাণৰ বাবে কেইবাটাও জনকল্যাণ আঁচনিৰ কাম প্ৰস্তুত কৰি ৰূপায়িতও কৰিছে। শিক্ষানুষ্ঠান সমূহত আৰু লগতে চাকৰিৰ ক্ষেত্ৰতো জনজাতি আৰু পিছপৰা সম্প্ৰদায়ৰ লোকৰ বাবে আসন সংৰক্ষিত কৰা হৈছে। জনজাতি সকলৰ কল্যাণৰ হকে এটা সুকীয়া সঞ্চালকালয় খোলা হৈছে।

উল্লেখযোগ্য যে শইকীয়াৰ চেষ্টাতে বাগিচাৰ পৰিচালক সকলৰ পৰা বনুৱাসকলে ৮ শতাংশৰ পৰা বৃদ্ধি হৈ ২০ শতাংশ বনাচ পাবলৈ সক্ষম হ'ল।

## সংখ্যালঘু সকলৰ প্ৰতি শইকীয়া

ধৰ্মীয় অথবা ভাষিক সংখ্যালঘুসকলে সকলো সুবিধা অন্য সংখ্যাগৰিষ্ঠসকলৰ লগত সমানে উপভোগ কৰিব পৰাৰ ওপৰত শইকীয়াই অধিক গুৰুত্ব দি আহিছে। বিভিন্ন সময়ত প্ৰশাসনৰ বিভিন্ন দায়িত্বত থাকোঁতে সংখ্যালঘুসকলৰ প্ৰতি কোনোধৰণৰ অবিচাৰ নহবৰ কাৰণে তেওঁ বহুকেইটা উন্নয়নমূলক কাৰ্যসূচী ইতিমধ্যে হাতত লৈছে। ইয়াৰে বহুকেইটা ৰূপায়িতও কৰিছে। মুখ্যমন্ত্ৰী হৈ থকা সময়ত সংখ্যালঘুসকলৰ বাবে তেওঁ এটা সংখ্যালঘু পৰিষদো গঠন কৰিছে। সংখ্যালঘু সকলৰ ওপৰত কোনো ধ্ৰৰণৰ নিৰ্যাতন অথবা অবিচাৰ নোহোৱাৰ কাৰণে এই পৰিষদে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰাৰ দায়িত্বত থাকে। সংখ্যালঘু সকলৰ অভাৱ অভিযোগ আদি এই পৰিষদে বিবেচনা কৰে। ভাৰত চৰকাৰৰ সংখ্যালঘু আয়োগৰ নিৰ্দেশমতে সংখ্যালঘু সকলৰ স্বাৰ্থৰ হকে কাম কৰাটো ইয়াৰ দায়িত্ব আৰু কৰ্তব্য।

ব্ৰহ্মপুত্ৰৰ ১৬১১ টা চৰত বসবাস কৰা প্ৰায় ১৪ লাখ লোকৰ উন্নতিৰ অৰ্থে "চৰ উন্নয়ন কৰ্তৃপক্ষ" শইকীয়াৰ যত্নতে স্থাপন কৰা হয়। তদুপৰি চাকৰিত নিযুক্তি পোৱাৰ ক্ষেত্ৰতো এই সকল লোক বাদ নপৰিবলৈ তেওঁ সদায় দৃষ্টি ৰাখি আহিছে। প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ কুৰিদফীয়া কাৰ্যসূচী ৰূপায়ণ কৰি সংখ্যালঘু সকলৰ স্বাৰ্থৰক্ষাৰ কাৰণে বহু কাম কৰিবলৈ তেওঁ সক্ষম হৈছে। আৰক্ষী বিভাগত ধৰ্মীয় সংখ্যালঘু সকল সংখ্যাত কম বুলি কৰা অভিযোগ খণ্ডন কৰিবলৈ শইকীয়াই মুখ্যমন্ত্ৰী হৈয়ে নিযুক্তিৰ ক্ষেত্ৰত এই সকল লোকক যথেষ্ট সুবিধা দিছে। ১৯৮৩ আৰু ৮৪ ত শইকীয়া মুখ্যমন্ত্ৰী হৈ থকা সময়ত ৰাজ্যত নিযুক্তি দিয়া ২৭২ জন পুলিচ এছ-আইৰ (Sub Inspector) ভিতৰত

২৫.৩৬ শতাংশ মুছলমানলোক আছিল। এ, এচ, আই, পদৰ নিযুক্তিৰ ক্ষেত্ৰতো ২৮০ জনৰ ভিতৰত ২৫.৩৮ শতাংশ আৰু ৮৩৯ জন ৱাৰলেচ অপাৰেটৰৰ ভিতৰত ২২.৮৮ শতাংশ ধৰ্মীয় সংখ্যালঘু প্ৰাৰ্থীক নিযুক্তি দিয়া হৈছিল। এনেদৰেই শইকীয়াই নিজৰ কাৰ্যৰ দ্বাৰা ধৰ্মনিৰপেক্ষ বুলি নিজক প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছে।

## টাই কৃষ্টিৰ প্ৰতি শইকীয়াৰ অৰিহণা

টাই কৃষ্টিৰ বাবেও শইকীয়াই অৰিহণা যোগাইছে। তেওঁৰ যত্নতে শিৱসাগৰৰ টাই মিউজিয়ামটো স্থাপন কৰা হৈছে। টাই ভাষাত পুথি ছপা কৰিবলৈও তেওঁ অনুদান আগবঢ়াইছে।

বিভিন্ন ভাষা-সংস্কৃতিৰ উন্নতিৰ বাবে শইকীয়াই বিভিন্ন ধৰণে সহায় সহযোগিতা কৰিছে, অনুদান আগবঢ়াইছে যদিও স্পষ্টভাৱে সদায় এটা কথা উল্লেখ কৰিছে যে এই সকলোবোৰ কৰা হৈছে ভাষা সাহিত্য চহকী কৰাৰ বাবেহে, নিজস্ব সুকীয়া ৰাজ্য গঠন কৰাৰ কাৰণে নহয়। অসম বিভাজনৰ কাৰণে নহয়।

## ॥ ৪ ॥

# সক্ৰিয় ৰাজনীতিলৈ

### *"একলা চলো ৰে"*

ষাঠিৰ দশকত হিতেশ্বৰ শইকীয়াই ৰাজনীতিত প্ৰৱেশ কৰিছিল যদিও ৰাজনীতিৰ লগত তেওঁৰ ওতঃপ্ৰোত সম্পৰ্ক আছিল ছাত্ৰ অৱস্থাৰ পৰাই। ইতিহাসত এম, এ, ডিগ্ৰী লাভ কৰি গড়গাঁও কলেজত অধ্যাপনা কৰা সময়তে শইকীয়া সামাজিক জীৱনতো গভীৰভাবে সোমাই পৰে। আচলতে ষাঠিৰ মাধ্যম আন্দোলনতে শইকীয়া প্ৰতিস্থিত হ'ল যুৱনেতা ৰূপে।

প্ৰথম অৱস্থাত তেওঁ আছিল প্ৰজা-চছিয়েলিষ্ট পাৰ্টিৰ সদস্য। প্ৰজা-চছিয়েলিষ্ট পাৰ্টি ত্যাগ কৰি ১৯৬৪ চনৰ আগষ্ট মাহৰ ১৫ তাৰিখে শইকীয়াই কংগ্ৰেছত যোগদান কৰে। সেই সময়ত অশোক মেহতাৰ নেতৃত্বত কিছুসংখ্যক সমাজবাদী লোকে কংগ্ৰেছত যোগদান কৰিছিল। ইয়াৰ কাৰণ আছিল কেইবাটাও—

প্ৰথম, ভুবনেশ্বৰত অনুষ্ঠিত হোৱা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত কংগ্ৰেছ সভাপতি কামৰাজে সকলো প্ৰগতিশীল আৰু সমাজবাদত বিশ্বাসী লোকক কংগ্ৰেছত যোগ দিয়াৰ কাৰণে আহ্বান জনাইছিল। দ্বিতীয়তে, প্ৰজা-চছিয়েলিষ্ট আৰু অন্যান্য প্ৰগতিশীল দল সমূহৰ সাংগঠনিক দুৰ্বলতাৰ কাৰণে ইয়াৰ সদস্য সকল শক্তিশালী কংগ্ৰেছৰ প্ৰতি আকৰ্ষিত হৈছিল। গণতান্ত্ৰিক সমাজবাদক বাস্তৱত ৰূপায়িত কৰিবলৈ কংগ্ৰেছে ইতিমধ্যে বহু প্ৰস্তাৱ আৰু আঁচনি হাতত লৈছিল। এনে পৰিস্থিতিত যুৱনেতা শইকীয়াইও কংগ্ৰেছৰ প্ৰতি আকৰ্ষিত হোৱাতো তেনেই স্বাভাবিক। প্ৰকৃততে সমাজবাদী ৰাজনীতিৰ প্ৰতি শইকীয়াই মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি থকা অৱস্থাৰ পৰাই আকৰ্ষিত হৈছিল। ইতিপূৰ্বে কোৱা হৈছে যে ছাত্ৰ অৱস্থাতে হিতেশ্বৰ শইকীয়াই বিশ্ববিখ্যাত ৰাজনীতিবিদ সকলৰ জীৱনী আৰু ৰাজনৈতিক ইতিহাসৰ ঘটনাৱলী অধ্যয়ন কৰিবলৈ সুবিধা পায়। লক্ষ্ণৌ বিশ্ববিদ্যালয়ত ইতিহাসৰ ছাত্ৰ হৈ থাকোঁতে তেওঁ প্ৰধানকৈ পৃথিৱীৰ ৰাজনৈতিক ইতিহাসৰ গ্ৰন্থসমূহ আৰু বিশ্ববিখ্যাত ৰাজনীতিবিদসকলৰ গ্ৰন্থাৱলী গভীৰভাৱে অধ্যয়ন কৰাৰ সুযোগ পায়। ইজিপ্তৰ ৰাষ্ট্ৰপতি নাচেৰ, ৰুচিয়াৰ

ষ্টেলিন, চীনৰ মাও চে টুঙৰ জীৱনী আৰু গ্ৰন্থাৱলীও তেওঁ সেই সময়তে অধ্যয়ন কৰিছিল। ৰাচিয়াৰ পৰাক্ৰমী অত্যাচাৰী জাৰসকলৰ শাসনৰ অৱসান ঘটাই কেনেদৰে সমাজতন্ত্ৰ প্ৰতিষ্ঠা হৈছিল ইতিহাসৰ এই লিখনিসমূহে তেওঁক তেতিয়াই সমাজবাদৰ প্ৰতি আকৰ্ষিত কৰিছিল। জৱাহৰলাল নেহৰুৰ ৰচনাৱলীয়েও শইকীয়াৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল। সোঁপন্থী কংগ্ৰেছ অনুষ্ঠানৰ মাজত নেহৰু আছিল অন্যতম সমাজবাদী নেতা। স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী নেহৰুৱে ভাৰতত সমাজবাদৰ ভেটি প্ৰতিষ্ঠা কৰিছিল, গণতান্ত্ৰিক মূল্যবোধক প্ৰাধান্য দি শক্তিশালী ভাৰত গঢ়া কামত ব্ৰতী হৈছিল। গান্ধীজীৰ ৰচনাৱলী সেই সময়ত শইকীয়াই অধ্যয়ন কৰাৰ সুযোগ পাইছিল। এই সকলোবোৰ কাৰণতে স্বাধীন ভাৰতত সমাজবাদ প্ৰতিষ্ঠা কৰাৰ প্ৰবল আগ্ৰহী হিতেশ্বৰ শইকীয়াই কংগ্ৰেছত যোগদান কৰে। তেওঁ গান্ধীজীৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ নিজে গান্ধীজীৰ আদৰ্শৰ ৰাম ৰাজ্যৰ কল্পনা কৰিছিল—য'ত জাতি, ধৰ্ম, ধনী, দুৰ্বল সকলো শ্ৰেণীৰ লোকে সমানে সুবিধা লাভ কৰে। ৰাজনৈতিক জীৱনত শইকীয়া এই আদৰ্শৰ পৰা আঁতৰি আহিব খোজা নাই যেন লাগে।

কংগ্ৰেছত যোগ দিয়া সময়ত শইকীয়া প্ৰায় ৩০ বছৰীয়া যুৱক। কংগ্ৰেছত যোগদান কৰিয়েই তেওঁ যুৱক সকলক সংগঠিত কৰিবলৈ যত্ন কৰিলে। সেই সময়ত যুৱ কংগ্ৰেছৰ কেন্দ্ৰীয়, প্ৰাদেশিক, জিলা আৰু প্ৰাথমিক সকলো পৰ্যায়তে বিষয়ববীয়া সকল মূল কংগ্ৰেছৰ পৰা নিযুক্তি দিয়া হৈছিল। হিতেশ্বৰ শইকীয়াৰ প্ৰচেষ্টাত ১৯৬৮ চনত যুৱ কংগ্ৰেছৰ সংবিধান খনৰ সংশোধন হয়। ইয়াৰ ফলত প্ৰাথমিক, জিলা আৰু প্ৰাদেশিক পৰ্যায়ত নিৰ্বাচিত যুৱক সকলৰ দ্বাৰা যুৱ কংগ্ৰেছৰ সমিতি গঠন কৰাৰ ক্ষমতা যুৱ কংগ্ৰেছৰ হাতলৈ আহিল। সেই সময়ৰ পৰাই যুৱ কংগ্ৰেছক অধিক ক্ষমতা অৰ্পণ কৰা হ'ল। ১৯৬৮ চনত শইকীয়া শিৱসাগৰ জিলা যুৱ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। এই দায়িত্ব দক্ষতাৰে পালন কৰি হিতেশ্বৰ শইকীয়া তেতিয়াৰ পৰাই যুৱনেতা হিচাপে অসমৰ ৰাজনৈতিক জগতত সকলোৰে পৰিচিত হৈ পৰিল।

## কংগ্ৰেছৰ বিভাজন

প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ দেহাৱসানৰ পিছতেই কংগ্ৰেছৰ পৰৱৰ্তী নেতা নিৰ্বাচনৰ বাবে টনা-আজোৰা লাগিল। অস্থায়ী হিচাবে সেই সময়ৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী গুলজাৰিলাল নন্দই অস্থায়ী প্ৰধানমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰিলে। পিছত জৱাহৰলাল নেহৰুৰ উত্তৰাধিকাৰী হিচাপে তথা প্ৰধানমন্ত্ৰী হিচাপে কাক নিৰ্বাচন কৰা হ'ব সেই বিষয়ে কংগ্ৰেছ হাইকমাণ্ডৰ মাজত গুণা-গঁথা আৰম্ভ হ'ল। এটা সময়ত লালবাহাদুৰ শাস্ত্ৰী আৰু গুলজাৰিলাল নন্দৰ নাম বাচনিত

উঠিল। শেষত কংগ্ৰেছৰ "চিন্দিকেটে" লালবাহাদুৰ শাস্ত্ৰীকে পৰৱৰ্তী প্ৰধানমন্ত্ৰী হিচাপে নিৰ্বাচিত কৰিলে। অৱশ্যে শাস্ত্ৰীদেৱে লোকাচাৰ হিচাপে হ'লেও ইন্দিৰা গান্ধীকে প্ৰধানমন্ত্ৰীৰ দায়িত্ব ল'বলৈ অনুৰোধ জনাইছিল। কিন্তু ইন্দিৰা গান্ধীয়ে তত্তালিকে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। অৱশ্যে পিছত ইন্দিৰা গান্ধীয়ে শাস্ত্ৰীৰ মন্ত্ৰীসভাত "তথ্য আৰু অনাতাৰ" বিভাগৰ মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰে।

ৰাচিয়াৰ তাচখণ্ডত "তাচখণ্ড চুক্তি" সম্পাদিত হোৱাৰ পিছতেই লালবাহাদুৰ শাস্ত্ৰীয়ে সেইদিনাই মাজনিশা শেষ নিশ্বাস ত্যাগ কৰে। আচম্বিতে। সকলোকে হতবাক কৰি। সেইদিনা আছিল '৬৬ৰ ১১ জানুৱাৰী।

এইবাৰ আকৌ উদ্ভৱ হ'ল অন্য এক পৰিস্থিতিৰ। জটিল পৰিস্থিতিৰ। এইবাৰ আহিল নেতা নিৰ্বাচন। প্ৰধানমন্ত্ৰী বাচিব কাক? সেই সময়ৰ কংগ্ৰেছৰ সোঁপন্থী নেতা— বিশেষকৈ অতুল্য ঘোষ, নীলম সঞ্জীৱ ৰেড্ডি, মোৰাৰজী দেশাই আৰু এচ. কে. পাটিল প্ৰমুখ্যে নেতাসকলে ইন্দিৰা গান্ধীক নেতা নিৰ্বাচন কৰাৰ পক্ষপাতী নাছিল; কিয়নো ইন্দিৰা আছিল পিতৃ জৱাহৰলাল নেহৰুৰ দৰেই বাওঁপন্থী ভাৱধাৰাৰ। প্ৰগতিবাদী। সেইবাবে মোৰাৰজী দেশাই আৰু ওৱাই. বি. চৱনৰ মাজৰে এজনক প্ৰধানমন্ত্ৰী নিৰ্বাচনৰ বাবেও আলাপ আলোচনা চলিল। নেতাসকলৰ মাজত এইবিষয়ে গুণাগঠা হ'ল। আচৰিত কথাটো হ'ল লালবাহাদুৰ শাস্ত্ৰীৰ মৃতদেহ তেতিয়াও সুদূৰ ৰাচিয়াৰ পৰা ভাৰত পোৱাহিয়ে নাছিল।

সেইসময়তে এটা আমোদজনক ঘটনা ঘটিল। অস্থায়ী প্ৰধানমন্ত্ৰীৰ দায়িত্বত থকা গুলজাৰিলাল নন্দইও প্ৰধান মন্ত্ৰীত্বৰ এজন দাবীদাৰ হৈ ইন্দিৰা গান্ধীৰ ওচৰ চাপিল। সমৰ্থনৰ বাবে। অৱশ্যে সুচতুৰা ইন্দিৰা গান্ধী উপায়ন্তৰ হৈ নিমাতে থাকিল।

আনহাতে কামৰাজেও এই নিৰ্বাচনত প্ৰধান ভূমিকা ল'লে। তেওঁ ইন্দিৰা গান্ধীক প্ৰধান মন্ত্ৰী নিৰ্বাচন কৰাত সমৰ্থন আগবঢ়ালে। ১৫ জানুৱাৰীৰ দিনা প্ৰধানমন্ত্ৰীৰ দাবীদাৰ থাকিল মাথোন দুজনহে—এজন মোৰাৰজী দেশাই আৰু আনগৰাকী ইন্দিৰা গান্ধী।

১৯ জানুৱাৰী। কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী পাৰ্টিৰ সভা বহিল। সৰ্বশেষত বেলট পেপাৰে দেখুৱালে ইন্দিৰাৰ জয়। ইন্দিৰা গান্ধীয়ে ৩৫৫ টা ভোট পালে, বিপৰীতে প্ৰতিদ্বন্দ্বী মোৰাৰজী দেশায়ে পালে মাথোন ১৬৯ টা।

১৯৬৬ ৰ ২৪ জানুৱাৰী। ইন্দিৰা গান্ধীয়ে ভাৰতৰ প্ৰধানমন্ত্ৰীৰূপে শপত গ্ৰহণ কৰিলে ৰাষ্ট্ৰপতি ভৱনৰ অশোক হলত। সেই সময়ত ভাৰতৰ ৰাষ্ট্ৰপতি আছিল ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ। ইন্দিৰাৰ পিতৃ জৱাহৰলাল নেহৰুৱেও ইয়াতেই শপত গ্ৰহণ কৰিছিল।

ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণৰ কাৰ্যকাল শেষ হবৰ হ'ল। কংগ্ৰেছৰ কিছুসংখ্যক প্ৰবীণ নেতাই তেওঁক পুনৰ নিৰ্বাচন কৰিবলৈ স্থিৰ কৰিলে যদিও ইন্দিৰা গান্ধীয়ে এই প্ৰস্তাবৰ বিৰোধিতা কৰিলে। কাৰণ ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী হিচাপে যেতিয়াই ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণৰ ওচৰ চাপে তেওঁ অনুভৱ কৰে যে তেতিয়াই ৰাধাকৃষ্ণণে তেওঁৰ কথা শুনাৰ পৰিবৰ্তে উপদেশ দিবলৈহে আৰম্ভ কৰে। প্ৰধানমন্ত্ৰী এগৰাকীৰ কাৰণে এই আচৰণ অসৌজন্যমূলক। ইন্দিৰা গান্ধীয়ে এই ব্যৱহাৰ অপমানজনক বুলি ভাবিছিল। ইন্দিৰাৰ বিৰোধিতাৰ ফলত কংগ্ৰেছৰ মাজত মতভেদ হ'ল। ইন্দিৰাই উপৰাষ্ট্ৰপতি ড° জাকিৰ হুচেইনক সমৰ্থন কৰিলে। বিৰোধীপক্ষৰ প্ৰাৰ্থী হ'ল চুপ্ৰিম ক'ৰ্টৰ মুখ্য ন্যায়াধীশ চুব্বা ৰাও। তেওঁ মনোনয়নপত্ৰ দাখিলৰ কেইদিনমান আগতে মুখ্য ন্যায়াধীশৰ পদৰ পৰা পদত্যাগ কৰিছিল। এই টনা-আজোৰাত অৱশেষত জাকিৰ হুচেইনে জয়লাভ কৰি ভাৰতৰ ৰাষ্ট্ৰপতি হ'ল। ১৯৬৯ ৰ এপ্ৰিলত হৃদৰোগত আক্ৰান্ত হৈ জাকিৰ হুচেইনৰো পৰলোক প্ৰাপ্তি হয়।

১৯৬৭ৰ ৫ জুনত ইজৰাইল আৰু ইউনাইটেড আৰব ৰিপাব্লিকৰ মাজত যুদ্ধ আৰম্ভ হ'ল। সেই পৰিস্থিতিত ইন্দিৰা গান্ধীয়ে স্বতন্ত্ৰকৈ লোৱা বলিষ্ঠ বৈদেশিক নীতিত চিণ্ডিকেট নেতাসকলে পুনৰ ক্ষুন্ন হ'ল আৰু ইন্দিৰা গান্ধীক শাসনৰ গাদীৰ পৰা ওফৰাবলৈ যত্নপৰ হ'ল। ইন্দিৰাৰ এনে স্বাধীনচিতিয়া আকোৰগোজ মনোভাবৰ কাৰণে কামৰাজো ইন্দিৰাৰ প্ৰতি অসন্তুষ্ট হ'ল। কিন্তু ইন্দিৰাই শাসনৰ বাঘজৰী এনে কটকটীয়াকৈ ধৰিলে যে বিৰোধিতা কৰা বহুসংখ্যক নেতাই ত্ৰাস্তমান হ'বলৈ বাধ্য হ'ল।

পুনৰ ৰাষ্ট্ৰপতিৰ প্ৰাৰ্থী নিৰ্বাচনৰ সময় আহিল। সেই সময় কংগ্ৰেছৰ সভাপতি আছিল নিজলিঙ্গপ্পা। ইন্দিৰাই কংগ্ৰেছৰ ভাৱমূৰ্তি উজ্জ্বল কৰাৰ মানসেৰে তপশীল সম্প্ৰদায়ৰ জগজীৱন ৰামৰ নাম ৰাষ্ট্ৰপতি পদৰ বাবে উত্থাপন কৰিলে। নিজলিঙ্গপ্পাই সেই সময়ত মৌন হৈ থাকিল যদিও পিছত কামৰাজ, অতুল্য ঘোষ, এচ. কে. পাটিল আৰু মোৰাৰজী দেশাইৰ লগত আলোচনা কৰি অন্ধ্ৰপ্ৰদেশৰ নীলম সঞ্জীৱ ৰেড্ডীলৈ সমৰ্থন আগবঢ়ালে।

১০-১৩ জুলাইৰ ভিতৰত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ (AICC) সভা বাংগালোৰত বহিল। এই সভাৰ আগে আগে ওৱাই. বি. চৱনৰ লগত ইন্দিৰা গান্ধীৰ আলোচনা হ'ল। আলোচনাত চৱনে ইন্দিৰাৰ প্ৰাৰ্থীক সমৰ্থন আগবঢ়াব বুলি প্ৰতিশ্ৰুতি দিলে। কংগ্ৰেছ ৱৰ্কিং কমিটীৰ প্ৰথম দিনাৰ বৈঠকত ইন্দিৰা গান্ধী উপস্থিত নাথাকিল। ফখৰুদ্দিন আলি আহমদক বাৰ্তাবাহক হিচাপে ইন্দিৰাই নিজৰ শাৰীৰিক অসুস্থতাৰ বিষয়ে কংগ্ৰেছৰ নেতাসকলক জনালে।

দ্বিতীয় দিনা পাৰ্লিয়ামেন্টেৰী ব'ৰ্ডৰ সভা বহিল। এই সভাতেই ভাৰতৰ ভাবী ৰাষ্ট্ৰপতিৰ প্ৰাৰ্থীৰ নাম গৃহীত হোৱাৰ কথা। প্ৰথম অৱস্থাত প্ৰাৰ্থীৰ বাবে কেইবাজনৰো নাম উত্থাপিত হ'ল। আলোচনা হ'ল। বাক্-বিতণ্ডাও চলিল। সৰ্বশেষত থাকিল দুজনৰ নাম—সঞ্জীৱ ৰেড্ডী আৰু জগজীৱন ৰাম। নিৰ্বাচন কৰা হ'ল ভোটৰ সহায়ত। মাত্ৰ এটা ভোটত জগজীৱন ৰামে জয়লাভ কৰিব নোৱাৰিলে। চৱনে অৱশেষত ইন্দিৰাক সমৰ্থন নকৰিলে। বিশ্বাসঘাটকতা কৰিলে। প্ৰধানমন্ত্ৰী ইন্দিৰাই এই কথাত বাৰুকৈয়ে মানসিক ভাবে ক্ষুন্ন হ'ল। তেওঁৰ আত্মসন্মানতো আঘাট লাগিল। ইন্দিৰাই ধৰি ল'লে যে প্ৰধানমন্ত্ৰীৰ ওপৰত চিণ্ডিকেটে আধিপত্য চলাবলৈ অপচেষ্টা কৰিছে।

নীলম সঞ্জীৱ ৰেড্ডীৰ হৈ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে মনোনয়ন পত্ৰত চহী কৰিলে। ইফালে ভি. ভি. গিৰিয়ে উপৰাষ্ট্ৰপতি পদ ত্যাগ কৰি স্বতন্ত্ৰ প্ৰাৰ্থীৰূপে ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী হ'ল। স্বতন্ত্ৰৰূপে। নাটকীয় ভাবে। বুজিবলৈ বাকী নাথাকিল যে ভি. ভি. গিৰি ইন্দিৰাৰ সমৰ্থিত প্ৰাৰ্থী। আওপকীয়াকৈ।

২০ আগষ্টত নিৰ্বাচন হ'ল। সুকলমে। বিবেক ভোটৰ সহায়ত ভি. ভি. গিৰিক ৰাষ্ট্ৰপতি নিৰ্বাচিত কৰা হ'ল। ইন্দিৰা গান্ধীৰ ৰাজনৈতিক কৌশলত। ইয়াৰ পিছতেই ইন্দিৰাই ভবিষ্যত বিপদৰ সম্ভাৱনা দেখিলে। তেওঁক বিৰোধিতা কৰা নিজলিঙ্গপ্পাক আঁতৰাই কংগ্ৰেছৰ এজন নতুন সভাপতি নিৰ্বাচন কৰাৰ কথা চিন্তা কৰিলে। এনেকৈয়ে কংগ্ৰেছৰ মাজত বিভাজন হোৱাৰ সময় আহিল।

১৯৬৯ চনৰ ১ নবেম্বৰ। কংগ্ৰেছ ৱৰ্কিং কমিটীৰ দুখন সভা বহিল। একে সময়তে। এখন প্ৰধানমন্ত্ৰীৰ নিজা বাসভৱনত। আনখন য়ন্তৰ-মন্তৰ পথত থকা কংগ্ৰেছ অফিচত। নিজলিঙ্গপ্পাই কংগ্ৰেছ অফিচৰ সভাত সভাপতিত্ব কৰিলে। তেওঁলোকে এক ঐতিহাসিক প্ৰস্তাৱ গ্ৰহণ কৰিলে —ইন্দিৰাক কংগ্ৰেছৰ প্ৰাথমিক সদস্যৰ পৰা বহিষ্কাৰ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। প্ৰতিশোধমূলক ব্যৱস্থা হিচাপে। প্ৰস্তাৱটো হ'ল—

"The Congress is regrettably obliged to remove Mrs Gandhi from the primary membership of the Congress Organisation for her deliberate action of defiance."

ইন্দিৰাই তত্তালিকে কংগ্ৰেছৰ সভা এখন আহ্বান কৰিলে। এই সভাত উভয় সদনৰ ৪২৯ জন কংগ্ৰেছ সংসদী সদস্যৰ ৩১০ জন মিলিত হ'ল। বাকী কেইজন সদস্যই ইন্দিৰাৰ প্ৰতি সমৰ্থন আগ নবঢ়ালে। ইয়াৰে পৰিণতিত কংগ্ৰেছৰ বিভাজন হ'ল। ইন্দিৰা গান্ধীৰ নেতৃত্বত কংগ্ৰেছ(R) আৰু নিজলিঙ্গপ্পাৰ নেতৃত্বত কংগ্ৰেছ (O) এনেদৰেই গঠিত হ'ল। কংগ্ৰেছৰ মাজত বিভাজন হোৱাত হিতেশ্বৰ শইকীয়াই অতি বিচক্ষণতাৰে নেতৃত্ব দি ৰাজ্যিক অসম কংগ্ৰেছ দলৰ যুৱ

শাখাৰ বহু সংখ্যক সদস্যক ইন্দিৰা গান্ধীৰ নেতৃত্বৰ শাসক কংগ্ৰেছ দলক সমৰ্থন দিবলৈ মান্তি কৰায়। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা। চলিহাৰ নেতৃত্বত কিছুসংখ্যক কংগ্ৰেছ কৰ্মীয়ে প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ নেতৃত্বৰ কংগ্ৰেছ (R) ৰ বিৰোধিতা কৰাত হিতেশ্বৰ শইকীয়া কিছু অসুবিধাৰ সম্মুখীন হৈছিল যদিও দৃঢ়তাৰে নিজৰ মতত অলৰ অচৰ হৈ থাকিল। উল্লেখযোগ্য যে পিছত চলিহাই ইন্দিৰা গান্ধীৰ নেতৃত্বৰ কংগ্ৰেছ (R) লৈ নিজৰ সমৰ্থন আগবঢ়ায়।

যুৱ কংগ্ৰেছত যোগ দিয়াৰ পিছতে শইকীয়াদেৱে সমাজৰ গঠনমূলক কামত মনোনিবেশ কৰিলে। ১৯৬৯ চনত তেওঁ নিজে গুৰি ধৰি অসম প্ৰদেশ যুৱ কংগ্ৰেছৰ ন-দফীয়া দাবী চনদ ৰাজ্যচৰকাৰৰ ওচৰত দাখিল কৰিছিল। অসমৰ দুৰ্গত লোকসকলৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতি কৰাৰ সপোন বাস্তৱত ৰূপায়িত কৰাৰ উদ্দেশ্য আগত লৈয়ে এই আঁচনি প্ৰস্তুত কৰা হৈছিল। এই চনদৰ দাবীসমূহ আছিল এনে ধৰণৰ—

১) যুৱক সকলৰ অৰ্থনৈতিক পুনৰ সংস্থাপন
২) হাইস্কুল শিক্ষাত্ত পৰীক্ষালৈকে বিনামূলীয়া শিক্ষা ব্যৱস্থা আৰু লগতে কৰ্মভিত্তিত শিক্ষা
৩) বিধিগত নিকায়সমূহত যুৱ প্ৰতিনিধিত্ব
৪) ৩০ বছৰ বয়সলৈকে বিনামূলীয়া চিকিৎসা সেৱা আগবঢ়োৱা
৫) চাকৰিৰ বাবে আবেদন মাচুল ৰেহাই দিয়া
৬) চাকৰি নিযুক্তিৰ ক্ষেত্ৰত বয়সৰ সীমাৰেখা ৩০ বছৰলৈ বৃদ্ধি কৰা
৭) মাটিৰ সৰ্বোচ্চ সীমা পুনৰ নিৰ্দ্ধাৰণ
৮) নগৰীয়া সা-সম্পত্তিৰ সৰ্বোচ্চ সীমা নিৰ্দ্ধাৰণ আৰু বাস্তৱীকৰণ
৯) মূল্য স্থিৰীকৰণ

এই দাবীসমূহৰ বহুখিনি বাস্তৱত পৰিণত কৰা হ'ল। যুৱ কংগ্ৰেছৰ এই দাবীসমূহৰ ভিত্তিতে অসম জুৰি আন্দোলন আৰম্ভ হ'ল। যুৱ কংগ্ৰেছৰ আন্দোলনৰ ফলত সেইসময়ত অসম কংগ্ৰেছ আৰু অসম চৰকাৰৰ আনকি উল্লেখযোগ্য সালসলনিও হৈছিল। এই আন্দোলনে ১৯৭১ চনত অসমত মহেন্দ্ৰমোহন চৌধুৰী মন্ত্ৰীসভাৰ পতন আনি শৰৎচন্দ্ৰ সিংহক মুখ্যমন্ত্ৰী হিচাপে লৈ অসমত নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ সক্ষমো হৈছিল। অসম প্ৰদেশ কংগ্ৰেছ বিধায়ক দলৰ নেতৃত্বৰ পৰিবৰ্তনৰ মূলতে আছিল এই যুৱশক্তিৰ ভূমিকা। উল্লেখযোগ্য যে সেই সময়ত অসমৰ ৰাজনৈতিক সাল-সলনিৰ গুৰি ধৰোঁতা আছিল শইকীয়া নিজেই। এনেদৰে ৰাজনৈতিক অস্থিৰতা চলি থাকোঁতেই ১৯৭২ চনত ভাৰতৰ জাতীয় কংগ্ৰেছৰ উৰ্দ্ধতম মহলে কংগ্ৰেছৰ অসম শাখা (Assam Unit) ভংগ

কৰি শৰৎচন্দ্ৰ সিংহক সভাপতি আৰু হিতেশ্বৰ শইকীয়াক যুটীয়া সম্পাদক হিচাপে লৈ নতুন তদৰ্থ কমিটী এখন গঠন কৰে। এনেদৰেই শইকীয়া অসমৰ ৰাজনৈতিক পটভূমিত এজন প্ৰভাৱশালী নেতা হিচাপে প্ৰতিষ্ঠিত হ'ল। তেওঁ শৰৎ চন্দ্ৰ সিংহৰ লগত সহযোগ কৰি দলীয় স্থিতি শক্তিশালী কৰিবলৈ সাংগাঠনিক কাম অতি নিষ্ঠাৰে কৰিবলৈ ল'লে।

১৯৭২ চন। সেইসময়ত যিসকল যুৱনেতা অসম বিধানসভাৰ প্ৰাৰ্থী হিচাপে মনোনীত হৈছিল সেইসকলৰ ভিতৰতে শইকীয়া আছিল অন্যতম। তেওঁ নাজিৰা বিধান সভা সমষ্টিৰ পৰা কংগ্ৰেছৰ মনোনীত প্ৰাৰ্থী হিচাপে অসম বিধান সভালৈ নিৰ্বাচিত হৈ প্ৰথমবাৰ শৰৎ সিংহ মন্ত্ৰীসভাৰ অন্তৰ্ভুক্ত হল। সিংহ মন্ত্ৰীসভাত হিতেশ্বৰ শইকীয়া গৃহ, শিক্ষা, স্বাস্থ্য আৰু জনসংযোগ দপ্তৰৰ দায়িত্বত ৰাজ্যমন্ত্ৰী হিচাপে থাকি নিজৰ কৰ্তব্য নিয়াৰিকৈ সম্পাদন কৰি অকল সংগঠকেই নহয়, দক্ষ প্ৰশাসক হিচাপেও স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হৈছিল। শইকীয়াই নাজিৰা সমষ্টিটোৰ জনসাধাৰণক প্ৰতিনিধিত্ব কৰিছিল আৰু প্ৰতি মুহূৰ্ততে ৰাইজৰ প্ৰতি তেওঁ দায়বদ্ধ এই কথা উপলব্ধি কৰিছিল। সেয়েহে নাজিৰাৰ জনসাধাৰণৰ বিভিন্ন আৰ্থিক, সামাজিক, শৈক্ষিক, সাংস্কৃতিক সমস্যাসমূহৰ বিষয়ে সম্পূৰ্ণ আৰু শুদ্ধকৈ জানিবলৈ ১৯৭৩ চনত তেওঁ নাজিৰা সমষ্টিৰ সাতখন মৌজাৰ কেইজনমানকৈ প্ৰতিনিধি লৈ এখন সমিতি গঠন কৰিছিল। এই সমিতিৰ সহায়ত অঞ্চলটোৰ সুবিধা অসুবিধা সকলোবোৰ তেওঁ জানিবলৈ সক্ষম হৈছিল। সমস্যা সমাধানৰ অৰ্থে এই সমিতিখনেই তেওঁক দিহা-পৰামৰ্শও দিছিল। এই সমিতিখন শইকীয়াৰ কাৰণে উপদেষ্টা সমিতিৰ দৰেই আছিল। অসমৰ ৰাজনৈতিক ইতিহাসত এনেধৰণৰ সমিতি গঠন এইয়ে প্ৰথম আৰু জনসেৱাত ই এটা উল্লেখযোগ্য পদক্ষেপ। এই সমিতিৰ উপৰিও শইকীয়াই নিজেও সঘনাই জনসাধাৰণৰ ওচৰ চাপিছিল আৰু সকলোৰে অভাৱ অভিযোগৰ বুজ লৈছিল। সেইবাবেই নাজিৰা সমষ্টিৰ প্ৰত্যেকখন গাঁৱৰ স্কুল, কলেজ, ৰাষ্টা, পদুলি, দলং, নামঘৰ, মছজিদ আদিৰ উপৰিও প্ৰায় প্ৰত্যেকটো পৰিয়ালৰ অৱস্থা অভাৱ অভিযোগ শইকীয়াৰ চকুৰ আগত ভাঁহি আছিল। সেইসময়ত ৰঙালী আৰু ভোগালী বিহু লগতে দুৰ্গাপূজাত গাঁৱলৈ লৈ সকলোকে প্ৰীতি সম্ভাষণ জনোৱাটো শইকীয়াৰ নিয়মৰ দৰেই আছিল। সেইবোৰ গুণৰ বাবে কৃষক, শ্ৰমিকৰ পৰা বিষয়াবৰ্গলৈকে সকলোৰে মাজত তেওঁ হৈ পৰিল অতি প্ৰিয়। জনপ্ৰিয়। সময়ো আগবাঢ়িল। নাজিৰালৈয়ো আহিল আমূল পৰিবৰ্তন। শইকীয়াই পাৰ্য্যমানে নাজিৰাৰ অভাৱ অভিযোগ গুচাই সুন্দৰকৈ সজাই তুলিবলৈ যত্ন কৰিলে। এতিয়া নাজিৰা এখন ধুনীয়া নগৰ।

## গৃহমন্ত্ৰী শইকীয়া

১৯৭৪ চন। শইকীয়াই শৰৎ সিংহ মন্ত্ৰীসভাৰ গৃহবিভাগৰ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰীহিচাপে দায়িত্বভাৰ গ্ৰহণ কৰিলে। গৃহবিভাগৰ দায়িত্ব লৈ মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ সহযোগিতাত অসমৰ উন্নতিৰ হকে কেইবাটাও সুদূৰ প্ৰসাৰী সিদ্ধান্ত লৈছিল; পাৰ্যমানে কাৰ্যকৰীও কৰিছিল। ৰাজ্যখনৰ আৰক্ষী বাহিনীটো দায়িত্বশীল আৰু বিশ্বাসযোগ্য ৰূপে গঢ়ি তুলিব নোৱাৰিলে সুচাৰুৰূপে আইন শৃংখলা অটুট ৰাখিব নোৱাৰিব বুলি শইকীয়াই উপলব্ধি কৰিছিল। সেইবাবে গৃহবিভাগৰ দায়িত্ব গ্ৰহণ কৰিয়ে আৰক্ষী বিভাগটোৰ কেৰোণ সমূহ আঁতৰাই ইয়াৰ মানদণ্ড উন্নত কৰিবলৈ ব্যৱস্থা কৰিছিল। বৃটিছ চৰকাৰৰ আমোলত বৃটিছ সকলৰ শাসনতন্ত্ৰৰ উপযোগীকৈ গঠন কৰা আৰক্ষী বাহিনীটো শইকীয়াই স্বাধীন ভাৰতৰ তথা অসমৰ উপযোগীকৈ পুনৰগঠন কৰিবলৈ বিভিন্ন আঁচনি প্ৰস্তুত কৰি কাৰ্যকৰী কৰে। এইখিনিতে উল্লেখ কৰিব পাৰি যে মন্ত্ৰীহিচাপে কামকৰা দপ্তৰসমূহৰ পৰা গতানুগতিকতা গুচাই তেওঁ অধিক জীৱন্ত আৰু জনসংযোগী কৰিবলৈ সদায় চেষ্টা কৰি আহিছে। তেওঁ উপলব্ধি কৰে যে মানুহৰ লগত সংযোগ স্থাপন কৰিহে, কাষ চাপিহে জনসাধাৰণৰ দুখ-দুৰ্গতি-অভাৱ অভিযোগ গুচাব পৰাটো সম্ভৱ। সেয়েহে আমোলাতন্ত্ৰতকৈ জনসংযোগৰ ওপৰত তেওঁ অধিক গুৰুত্ব দিয়ে। মন্ত্ৰীত্বই এইজন ৰাজনীতিবিদক সমাজৰ দুৰ্গতি সকলৰ পৰা আঁতৰ কৰিব পৰা নাই; বৰঞ্চ বেছি ওচৰ চপাইহে আনিছে। বৰ্তমান মুখ্যমন্ত্ৰীৰ দায়িত্বত থাকিও সমাজৰ সকলো শ্ৰেণীৰ লোকৰ লগত তেওঁ সম্পৰ্ক ৰাখিছে। অসমত শইকীয়াই এনে এখন সমাজ গঢ়িব খোজে যিখন সমাজত জাতিভেদ, হিংসা, বিদ্বেষ আদিৰ স্থান নাই।

বৃটিছ শাসনত আৰক্ষীবাহিনীক প্ৰধানকৈ চৰকাৰৰ বিৰুদ্ধে হোৱা বিদ্ৰোহ দমন, আইন শৃঙ্খলা ৰক্ষা কৰা আদি কামত নিয়োগ কৰা হৈছিল। এইবোৰ কাৰণতে সেই সময়ত এই বাহিনীটো ৰাইজৰ আস্থাভাজন হ'ব পৰা নাছিল। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছত আৰক্ষী বাহিনীৰ কাম-কাজৰ পৰিবৰ্তন. হ'ল যদিও সৰ্বসাধাৰণ ৰাইজৰ দৃষ্টিত আৰক্ষী বাহিনীৰ আগৰ ৰূপৰ কোনো বিশেষ পৰিবৰ্তন নহ'ল। সৰ্বসাধাৰণ লোক আৰু আৰক্ষীৰ মাজত এক বিশাল প্ৰাচীৰ হৈ গ'ল। হিতেশ্বৰ শইকীয়াই নিজে গৃহমন্ত্ৰী হৈ এই প্ৰাচীৰ ভাঙিবৰ কাৰণে আৰক্ষী বিভাগত জন-সংযোগ (Public Relation) নামেৰে এটা শাখা খুলিলে। ইয়াৰ ফলত সৰ্বসাধাৰণলোক আৰু আৰক্ষীসকলৰ মাজত সেতুৰ সৃষ্টি হ'ল; ব্যৱধান কমিল। লগতে বন্ধুত্ব স্থাপন হোৱাৰ পথ মুকলি হ'ল।

১৯৭১ চনলৈকে অসমৰ আৰক্ষী বিভাগৰ অৱস্থা অতি পুতৌলগা আছিল। স্বাধীনতাৰ পিছৰ দুই দশকৰ ভিতৰত কেইটামান নতুন আৰক্ষী চকী নিৰ্মাণ

কৰি কিছুসংখ্যক বিষয়া আৰু চিপাহীৰ সংখ্যা বঢ়োৱাৰ বাহিৰে অন্য কোনো বিশেষ সাল-সলনি এই বিভাগত পৰিলক্ষিত নহৈছিল। আৰক্ষী চকীৰ ঘৰ-দুৱাৰ আৰু আচবাববোৰৰ অৱস্থা আগৰদৰেই শোচনীয় অৱস্থাতে আছিল। চিপাহী আৰু বিষয়াসকলৰ বাসস্থানৰো সুবিধা দিয়া হোৱা নাছিল। হিতেশ্বৰ শইকীয়া গৃহমন্ত্রী হৈ পোন প্রথমবাৰৰ বাবে আৰক্ষীসকলৰ বাসগৃহ নির্মাণ কৰি তেওঁলোকক নিজৰ পৰিয়ালবর্গৰ লগত থাকিব পৰা ব্যৱস্থা কৰি দি মহানুভৱতাৰ পৰিচয় দিয়ে। শইকীয়াই উপলব্ধি কৰিছিল যে যি সকল লোকে সকলো সময়তে দেশৰ তথা সামাজিক স্বার্থৰ কাৰণে কাম কৰাৰ দৰে গধূৰ দায়িত্ব বহন কৰে সেইসকল লোকৰ দূৰত থকা নিজৰ পৰিয়ালৰ চিন্তা থাকিলে তেওঁলোকে সুচাৰুৰূপে দায়িত্ব পালন কৰিবলৈ সমর্থ হ'ব নোৱাৰাটো স্বাভাবিক। সেইবাবে সেইসকল লোকক অতি প্রয়োজনীয় সুবিধাখিনি দিয়াটো চৰকাৰৰ কর্তব্য। ১৯৭১ চনৰ পুলিচ আয়োগে দিয়া পৰামর্শ সমূহ গ্রহণ কৰি আৰক্ষী বাহিনীটো পুনৰ গঠন কৰিবলৈ গৃহমন্ত্রী হৈ থকা অৱস্থাতে তেওঁ কেইবাখনো আঁচনি হাতত লৈছিল।

আৰক্ষী বাহিনী আধুনিকীকৰণ আৰু বিশ্বাসযোগ্য কৰিবলৈ সুদক্ষ প্রশাসক শইকীয়াই গুৱাহাটীৰ কাহিলীপাৰাৰ ফৰেনচিক লেবৰেটৰীটো অত্যাধুনিক কৰিবলৈ সিদ্ধান্ত গ্রহণ কৰে। সেই সিদ্ধান্ত অনুসৰি Single Digit Finger Print Bureau নতুনকৈ গঠন কৰা হ'ল। ইয়াৰ আগতে কলিকতাৰ ফৰেনচিক লেবৰেটৰীৰ ওপৰতে অসমৰ তথা গোটেই উত্তৰ-পূব ভাৰতৰ আৰক্ষীবিভাগ নির্ভৰশীল আছিল। ফলত প্রচুৰ অর্থ ব্যয় হৈছিল। সময়মতে দোষৰ তদন্ত কৰি দোষীক ধৰা পেলোৱাটোও কঠিন হৈছিল। বর্তমান গুৱাহাটীত ফৰেনচিক লেবৰেটৰী অত্যাধুনিক আৰু বিজ্ঞান-সম্মত হোৱাৰ ফলত অসম লগতে সমগ্র উত্তৰ পূর্বাঞ্চলৰ জনসাধাৰণ, আৰক্ষীবিভাগ আৰু শাসনতন্ত্র যথেষ্ট উপকৃত হৈছে।

হিতেশ্বৰ শইকীয়াৰ অন্য এক গুৰুত্বপূর্ণ কার্য অসম পুলিচ অনাতাঁৰ বিভাগৰ (Assam Police Radio Organisation) উন্নতি সাধন। অসম পুলিচ অনাতাঁৰ কেন্দ্রৰ প্রধান উদ্দেশ্য হৈছে দ্রুতগতিত খা-খবৰ গ্রহন আৰু প্রেৰণ। যোগাযোগৰ বাবে আৰক্ষীৰ যত্নতে অসম আৰক্ষী অনাতাঁৰ সংস্থাৰ স্থায়ী প্রশিক্ষণ কেন্দ্র জালুকবাৰীত (গুৱাহাটী) নির্মাণ কৰা হয়। ইয়াত অসমৰ বাহিৰেও গোটেই উত্তৰ-পূব ভাৰতৰ সকলো ৰাজ্যৰ আৰক্ষী অনাতাঁৰ সংস্থাৰ বিষয়াসকলক প্রশিক্ষণ দিয়া হয়। ইয়াৰ ফলত বিশেষকৈ অসম আৰক্ষী বাহিনী অধিক শক্তিশালী হৈ উঠিল। জনসংখ্যা বৃদ্ধি অনুপাতে অসমত নতুন আৰক্ষীৰ সংখ্যা ১৯৭১ চনলৈকে বৃদ্ধি কৰা হোৱা নাছিল। ইতিপূর্বে উল্লেখ কৰা হৈছে যে মাত্র কেইখনমান চকীহে নতুনকৈ সৃষ্টি কৰা হৈছিল। হিতেশ্বৰ শইকীয়াই ৰাজ্যৰ

আইন শৃঙ্খলাৰ কাৰণে ইয়াৰ আৱশ্যকতা অনুভৱ কৰি গৃহমন্ত্ৰীৰ দায়িত্বত থকা সময়তে জনসংখ্যা অনুপাতে নতুনকৈ ২৩ খন আৰক্ষী চকী স্থাপন কৰে। আৰক্ষী বিভাগৰ আভ্যন্তৰীণ সাল-সলনি ঘটাই এই বিভাগটো অধিক সক্ৰিয় কৰিবলৈও তেওঁ যত্ন কৰিছিল। তেওঁ আৰক্ষী বিভাগটো পুনৰ গঠন কৰি এফালে দৈনন্দিন আইন শৃংখলা নিয়ন্ত্ৰণৰ কাৰণে আৰু আনফালে মোকৰ্দমা গোচৰ আদি তদন্তৰ কাৰণে বেলেগ বেলেগ বিষয়া নিযুক্তি দিয়াৰ ব্যৱস্থাও কৰিলে। এনেদৰে ক্ষমতা বিভাজন কৰি দিয়াৰ ফলত আৰক্ষীবিভাগ পূৰ্বতকৈ অধিক দক্ষ হ'ল। লগতে আইন শৃঙ্খলা পৰিস্থিতিৰো উন্নতি হ'ল।

এইসময়তে হিতেশ্বৰ শইকীয়াই প্ৰশাসন অধিক শক্তিশালী কৰিবলৈ চি. আই. ডি. (CID) বিভাগৰ পুনৰ গঠনত মনোনিবেশ কৰিলে। এই বিভাগ নতুনকৈ বিভাজন কৰা হ'ল। শইকীয়া গৃহমন্ত্ৰী হোৱাৰ আগতলৈকে S. B. (Special Branch) আৰু CID (Criminal Investigation Department) একেটা বিভাগৰ অন্তৰ্গত আছিল। শইকীয়াৰ প্ৰচেষ্টাত এই বিভাগটো CID আৰু S. B. দুটা ভাগত সম্পূৰ্ণ পৃথক কৰি নতুনকৈ গঠন কৰা হ'ল। ইয়াৰ ফলত দুয়োটা বিভাগ অধিক কাৰ্যক্ষম হ'ল।

শইকীয়া গৃহমন্ত্ৰী হোৱাৰ আগতে সশস্ত্ৰ আৰক্ষী বাহিনীৰ বিষয়া আৰু চিপাহী সকলৰ কাৰণে পৃথকভাবে প্ৰশিক্ষণকেন্দ্ৰ নাছিল। ডেৰগাঁৱত থকা কেন্দ্ৰটোত সকলোৱে প্ৰশিক্ষণ লব লগা হৈছিল। শইকীয়াৰ যত্নতে নতুনকৈ নিয়োগ কৰা বিষয়া আৰু চিপাহী (Unarmed) সকলৰ কাৰণে এটা প্ৰশিক্ষণকেন্দ্ৰ আৰু সশস্ত্ৰ আৰক্ষী (Armed Police) আৰু বেটেলিয়ানৰ বাবে অন্য এটা প্ৰশিক্ষণকেন্দ্ৰ স্থাপন কৰা হয়। '৭৪ চনৰ এক এপ্ৰিলত প্ৰথমে সশস্ত্ৰ আৰক্ষীসকলৰ প্ৰশিক্ষণ কেন্দ্ৰ গুৱাহাটীৰ কাহিলিপাৰাত আৰম্ভ কৰা হৈছিল যদিও '৭৭ চনৰ ১৯ ডিচেম্বৰত স্থায়ীভাবে ডেৰগাঁৱলৈ এই কেন্দ্ৰটো স্থানান্তৰিত কৰা হয়। বৰ্তমান এই কেন্দ্ৰ দুটাত সমগ্ৰ উত্তৰ-পূব ভাৰতৰ আৰক্ষীসকলক প্ৰশিক্ষণ দিয়া হয়।

শইকীয়াৰ সেইসময়ৰ অন্য এক উল্লেখযোগ্য কৃতিত্ব হ'ল অসম গাঁওৰক্ষী বাহিনীৰ সুসংগঠিতকৰণ।

## জৰুৰীকালীন অৱস্থাৰ ঘোষণা

শইকীয়া গৃহমন্ত্ৰী হৈ থকা সময়তে ১৯৭৫ চনত ভাৰতবৰ্ষত জৰুৰীকালীন অৱস্থা ঘোষণা কৰা হ'ল।

'৭৫ ৰ ১২ জুন। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে পুৱতি নিশা এক শোকবাৰ্তা পালে। তেওঁৰ বিশ্বস্ত বন্ধু আৰু সহযোগী ডি. পি. ধৰৰ মৃত্যু ঘটিছে। ধৰ

ইয়াৰ আগতে ইন্দিৰা গান্ধীৰ মন্ত্ৰীসভাৰ সদস্য, পৰিকল্পনা আয়োগৰ উপসভাপতি আৰু ৰাছিয়াত ভাৰতস্থ ৰাষ্ট্ৰদূত আছিল। ধৰ আছিল ইন্দিৰা গান্ধীৰ বিশ্বস্ত বন্ধু ; লগতে উপদেষ্টাও। সেইদিনাই ইন্দিৰা গান্ধীয়ে তেওঁৰ লোকসভাৰ সদস্যপদৰ নিৰ্বাচন খাৰিজ কৰিছে বুলি এলাহাবাদ উচ্চ ন্যায়ালয়ৰ ৰায় পালে। বিচাৰপতি সিংহই ইন্দিৰা গান্ধীৰ নিৰ্বাচন অবৈধ বুলি ঘোষণা কৰিলে। এই খবৰ পোৱাৰ কিছু সময় পিছতেই আন এটা বাৰ্তা পালে ইন্দিৰাই। তেওঁক পিছৰ ৬ বছৰৰ কাৰণে নিৰ্বাচনত ভাগলোৱাৰ পৰাও নিষেধ কৰা হৈছে। সেইদিনাখন দিল্লীত উপস্থিত আছিল পশ্চিমবংগৰ মুখ্যমন্ত্ৰী সিদ্ধাৰ্থ শংকৰ ৰয়। বাৰ্তা পাই তেওঁ ইন্দিৰা গান্ধীৰ বাসভৱনত উপস্থিত হ'লগৈ। লগত আছিল কেন্দ্ৰীয় আইন মন্ত্ৰী এইচ. আৰ. গোখলে।

এলাহাবাদৰ সেই ঐতিহাসিক ৰায় শুনাৰ পিছতেই ইন্দিৰা গান্ধীয়ে সিদ্ধাৰ্থ শংকৰ ৰয়ক ক'লে "মই এতিয়াই পদত্যাগ কৰিব লাগিব।"

প্ৰসিদ্ধ আইনজ্ঞ সিদ্ধাৰ্থ শংকৰে প্ৰত্যুত্তৰত কলে— "আমাক ভাবিবলৈ দিয়ক। আপুনি ততাতৈয়াকৈ কোনো সিদ্ধান্ত নলব।"

তত্ৰাচ ইন্দিৰা নিজৰ মতত অলৰ অচৰ হৈ থাকিল।

এই কথাবাৰ্তা চলি থকাৰ সময়তেই উমাশংকৰ দীক্ষিত, জগজীৱন ৰাম আৰু কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱা ইন্দিৰাৰ বাসভৱনত উপস্থিত হ'ল। পৰৱৰ্তী প্ৰধানমন্ত্ৰীৰ কাৰণে গুণাগঠা চলিল। শ্বাসৰুদ্ধ পৰিবেশ। ভাগে ভাগে নেতাসকল মিলিত হ'ল। আকৌ টনা-আজোৰা, প্ৰধানমন্ত্ৰী কোন হ'ব? এটা সময়ত আনকি এই কথাও উঠিল, কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱাই অস্থায়ীভাৱে প্ৰধানমন্ত্ৰীৰ দায়িত্ব লব আৰু ইন্দিৰা গান্ধী হ'ব কংগ্ৰেছ সভাপতি। তেওঁলোক এক বুজাপৰালৈ আহিল যে উচ্চতম ন্যায়ালয়ৰ ৰায় ইন্দিৰাৰ সপক্ষে হ'লে ইন্দিৰাই পুনৰ প্ৰধান মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিব। ইন্দিৰাৰ সৰুপুত্ৰ সঞ্জয়ে মাকক এই কামত বাধা দিলে আৰু আনকি পদত্যাগ কৰিবলৈও নিদিলে। ইতিমধ্যে আদালতৰ পৰা নিৰ্দেশ আহিল যে আগৰ নিৰ্দেশ কুৰি দিনৰ কাৰণে স্থগিত ৰখা হৈছে। ইন্দিৰাই সময়ৰ সংব্যৱহাৰ কৰিলে। বিবৃতি প্ৰচাৰ কৰা হ'ল যে ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী হৈ থাকিব আৰু ভাৰতৰ অখণ্ডতা আৰু একতাৰ কাৰণে ইন্দিৰাৰ গতিশীল নেতৃত্ব অপৰিহাৰ্য। সকলো কেন্দ্ৰীয় মন্ত্ৰী, বিভিন্ন ৰাজ্যৰ মুখ্যমন্ত্ৰী, কংগ্ৰেছৰ সংসদ সদস্য সকলে ইন্দিৰাৰ প্ৰতি আস্থা প্ৰকাশ কৰিলে।

ইতিমধ্যে বিৰোধী পক্ষই, বিশেষকৈ সৰ্বোদয় নেতা জয়প্ৰকাশ নাৰায়ণে দিল্লীত ২৫ জুন তাৰিখে ৰামলীলা মৈদানত এক জনসমাবেশৰ আয়োজন কৰিলে। ইয়াতে জয়প্ৰকাশে সামৰিক বাহিনী আৰু আৰক্ষীবাহিনীক চৰকাৰৰ

বে-আইনী কোনো নিৰ্দেশ নামানিবলৈ আহ্বান জনাব। প্ৰধানমন্ত্ৰী গান্ধীয়ে সিদ্ধাৰ্থ শংকৰ ৰয়ক কলে, "এই ধৰণৰ কাৰ্যকলাপ সমৰ্থন কৰা উচিত নহয়। ইয়াত বাধা দিব লাগিব।"

প্ৰসিদ্ধ আইনজ্ঞ সিদ্ধাৰ্থ শংকৰ ৰয়ে আইনৰ ধাৰা উলিয়ালে যে সংবিধানমতে আভ্যন্তৰীণ জৰুৰীকালীন অৱস্থা ঘোষণা কৰিব পৰা যাব।

সেইমতেই সংবিধানৰ ৩৫২ অনুচ্ছেদ মতে জৰুৰীকালীন অৱস্থা ভাৰতত ঘোষণা কৰা হ'ল। সেই সময়ত ভাৰতৰ ৰাষ্ট্ৰপতি আছিল ফখৰুদ্দিন আলি আহমেদ।

ঘোষণাখন আছিল এনে ধৰণৰ—

Proclamation of Emergency

In exercise of the powers conferred by clause 1 of Article 352 of the Constitution, I, Fakhruddin Ali Ahmed, President of India, by this proclamation declare that a grave emergency exists whereby the security of India is threatened by internal disturbances.

PRESIDENT

New Delhi, 25th June 1975

২৫ জুনৰ মাজনিশাৰ আগে আগে ৰাষ্ট্ৰপতিয়ে ইয়াত স্বাক্ষৰ কৰিলে। জয়প্ৰকাশ নাৰায়ণ আৰু মোৰাৰজী দেশাইক শেষনিশাই গ্ৰেপ্তাৰ কৰা হ'ল। পিছদিনা গ্ৰেপ্তাৰ হ'ল আৰু বহু সংখ্যক ব্যক্তি। জৰুৰীকালীন অৱস্থাত ভাৰতৰ বিভিন্ন ঠাইত বিশেষকৈ উত্তৰ ভাৰতত পৰিয়াল পৰিকল্পনা আঁচনিৰ সুযোগ লৈ জোৰ-জুলুম চলিল। পুলিচৰ আতিশয্য হ'ল। নগৰ চহৰ আবৰ্জনামুক্ত কৰি বেদখল কৰা চৰকাৰী মাটি উলিয়াই ৰাষ্টা পদূলি বহল কৰা কাৰ্যত বহুলোক অতিষ্ঠ হ'ল। হাৰাশাস্তি ভুগিব লগাত পৰিল।

অসমতো জৰুৰীকালীন অৱস্থাৰ প্ৰভাব নপৰাকৈ নাথাকিল। কিন্তু সেই সময়ত গৃহমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ দক্ষতা আৰু তৎপৰতাত ৰাইজে জীয়াতু ভুগিব লগাত নপৰিল। বিৰোধীদলৰ বহু সদস্যক কেন্দ্ৰৰ নিৰ্দেশ অনুযায়ী বন্দীশালত আবদ্ধ কৰি ৰখা হ'ল। শইকীয়াই বন্দীশালতে তেওঁলোকক দেখা কৰি সৌজন্যমূলক আচৰণ কৰাত জনসাধাৰণ তথা বিৰোধী পক্ষৰ নেতাসকল হাৰাশাস্তি হোৱাৰ পৰা ৰক্ষা পৰিল। বহু পৰিমাণে। সহৃদয় ব্যক্তি হিতেশ্বৰ শইকীয়াৰ ভাবমূৰ্তি সেইবাবেই জৰুৰী কালীন অৱস্থাতো অম্লান হৈ থাকিল। ৰাইজৰ প্ৰতিনিধি হিচাপে শইকীয়াই প্ৰমাণ কৰি দেখুৱালে যে তেওঁ কেৱল দক্ষ প্ৰশাসকেই নহয়, সহৃদয় ব্যক্তিও।

## শিক্ষামন্ত্ৰী শইকীয়া

অসমৰ ৰাজনীতিত হিতেশ্বৰ শইকীয়া তিনিবাৰ শিক্ষাদপ্তৰৰ দায়িত্বত আছিল। প্ৰথমবাৰ শৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত ১৯৭২ চনৰ মে মাহৰ পৰা ১৯৭৪

চনৰ মাৰ্চ মাহলৈকে তেওঁ শিক্ষা বিভাগৰ ৰাজ্যিক মন্ত্ৰী হিচাপে কাৰ্যনিবাহ কৰিছিল। পুনৰ ১৯৭৬ চনৰ শেষৰফালে শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ দপ্তৰ সমূহৰ কিছু সালসলনি হোৱাত শইকীয়া পুনৰ শিক্ষা দপ্তৰৰ দায়িত্বত থাকে আৰু সিংহ মন্ত্ৰীসভাৰ শেষলৈকে শিক্ষামন্ত্ৰী হিচাপে কৰ্যানিবাহ কৰে। ১৯৮০ ৰ ডিচেম্বৰ মাহৰ পৰা ১৯৮১ ৰ জুন মাহলৈকে চৈয়দা আনোৱাৰা টাইমুৰ মন্ত্ৰীসভাতো শইকীয়া শিক্ষামন্ত্ৰীৰ দায়িত্বত আছিল। একেবাৰে শেষত কেশৱ গগৈ মন্ত্ৰীসভাত পুনৰ শইকীয়া ১৯৮২ চনৰ জানুৱাৰীৰ পৰা মাৰ্চ মাহলৈকে চমু সময়ৰ বাবে শিক্ষামন্ত্ৰী হিচাপে থাকে। তেওঁ সুদীৰ্ঘকাল কাৰ্যনিৰ্বাহ নকৰিলেও এই চুটি সময়খিনিৰ ভিতৰতে শিক্ষা বিভাগত সংস্কাৰ সাধন কৰিবলৈ যত্ন কৰিছিল।

সৰুকালত বগাবাঘ চাহবাগিচাত বিদ্যালয়ৰ অভাৱত ঘৰতে পঢ়া-শুনা কৰিব লগা হোৱা শইকীয়াই অসমৰ কণমাণি শিশুসকল শিক্ষানুষ্ঠানৰ অভাৱত প্ৰাথমিক শিক্ষাৰ পৰাও বঞ্চিত হোৱা কথাষাৰ গভীৰভাবে উপলব্ধি কৰিব পাৰিছিল। তেওঁৰ কোমল অন্তৰত এইবোৰ কথাই বেদনাও দিছিল। তদুপৰি নিজে সুদীৰ্ঘকাল শিক্ষকতা কৰাৰ কাৰণে শিক্ষানুষ্ঠানৰ সমস্যাৱলী আৰু অসুবিধাসমূহ অতি সহজে বুজিব পাৰিছিল। সেইবাবে শিক্ষামন্ত্ৰীৰ দায়িত্ব লোৱাৰ আগতেই তেওঁ নিজে অশেষ কষ্ট স্বীকাৰ কৰি শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি ৰাইজৰ মহৎ উপকাৰ কৰি আহিছে। শিক্ষা বিভাগৰ মন্ত্ৰীৰ দায়িত্বলৈ আহি শইকীয়াই শিক্ষকৰ সমস্যা আৰু শিক্ষানুষ্ঠানৰ অভাৱ অভিযোগ দূৰীকৰণৰ কাৰণে যত্নপৰ হল। প্ৰতিখন গাঁৱতে প্ৰাথমিক বিদ্যালয় স্থাপন কৰাৰ ওপৰত তেওঁ অধিক গুৰুত্ব দিছিল। উল্লেখযোগ্য যে নতুনকৈ গঢ়ি উঠা বেচৰকাৰী প্ৰাথমিক বিদ্যালয়সমূহ ৰাজ্যচৰকাৰৰ হাতলৈ অনাৰ সময়ত তেওঁ বিদ্যালয় সমূহত প্ৰতিস্থাপক শিক্ষকজনক নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিছিল।

শইকীয়াই আনকি জনজাতি, অনুসূচিত জাতি, পিচপৰা জাতি, আৰু চাহবাগানৰ শ্ৰমিক সকলৰ ল'ৰা-ছোৱালী সকলেও যাতে শিক্ষা গ্ৰহণৰ সুবিধা সমানে লাভ কৰিব পাৰে তাৰবাবেও সততে যত্ন কৰি আহিছে। তেওঁ শিক্ষা বিভাগত কৰা অন্যান্য সংস্কাৰ সমূহ কৰ্মজীৱন শীৰ্ষক আলোচনাত বিস্তৃতভাবে আলোচনা কৰা হৈছে। শইকীয়া শিক্ষামন্ত্ৰী হৈ থাকোঁতেই অসমত লাহে লাহে ৰাজনৈতিক অস্থিৰতা আৰম্ভ হয়।

## ৰাজনৈতিক অস্থিৰতা

শৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভা অসমত নিৰ্বাহ কৰি থকা অৱস্থাতে ভাৰতৰ কেইখনো ৰাজ্যত কংগ্ৰেছ চৰকাৰৰ পতন আৰম্ভ হয়। জৰুৰীকালীন অৱস্থা

ঘোষণাত হোৱা ৰাজনৈতিক অস্থিৰতাৰ ফলস্বৰূপে ১৯৭৭ চনত জনতাৰ ঢৌৱে প্ৰায় সমগ্ৰ উত্তৰ ভাৰতৰ ৰাজনীতিত খলকনি লগালে। ইয়াৰ প্ৰভাৱ অসমতো কিছু পৰিমাণে নপৰাকৈ থকা নাছিল যদিও তুলনামূলকভাবে অসমত এই বতাহৰ কোব কমকৈ লাগিছিল। সেইবাবেই ১৯৭৭ চনৰ লোকসভা নিৰ্বাচনত অসমৰ ১৪ টা লোকসভা সমষ্টিৰ ১০ খন আসন কংগ্ৰেছে অধিকাৰ কৰিবলৈ সক্ষম হয়। দিল্লীত জনতা পাৰ্টিয়ে কেন্দ্ৰীয় চৰকাৰ গঠন কৰিলে। কেন্দ্ৰত জনতা চৰকাৰে ক্ষমতা দখল কৰাৰ লগে লগে স্বাভাৱিকভাৱেই অসমত ৰাজনৈতিক অস্থিৰতাই দেখা দিলে। বহু কংগ্ৰেছ সদস্যাই নিজৰ দলৰ ওপৰত আস্থা হেৰুৱাই পেলালে। সেই সময়ত অসমৰ ৰেণুকা দেৱী বৰকটকী কেন্দ্ৰীয় মন্ত্ৰীসভাৰ সদস্যা আছিল। এনে পৰিস্থিতিত লাহে লাহে অসমৰ জনতা পাৰ্টি শক্তিশালী হৈ আহিল। কেন্দ্ৰত জনতা পাৰ্টি ক্ষমতালৈ অহাৰ বাবে অসমতো বহুসংখ্যক জনতাৰ সদস্যাই আনকি ৰাজনৈতিক পটৰ পৰিবৰ্তন কৰিবলৈও চেষ্টা কৰিছিল। সেই সময়ত হিতেশ্বৰ শইকীয়া আছিল শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ সদস্য। চতুৰ ৰাজনীতিজ্ঞ শইকীয়াই শৰৎ চন্দ্ৰ সিংহৰ এই সংকটৰ সময়ত অতি সতৰ্কতাৰে আগবাঢ়িল। সতীৰ্থসকলৰ লগত কংগ্ৰেছৰ সাংগঠনিক কামত ইমান নিষ্ঠাৰে তেওঁ খাটিছিল যে চৰকাৰ ওফৰাই পেলোৱাত বিৰোধী পক্ষ কৃতকাৰ্য হবলৈ সেই সময়ত অসমৰ্থ হ'ল।

ইতিমধ্যে অসমৰ জনতা পাৰ্টিৰ সদস্য কেইজনমানে শৰৎ চন্দ্ৰ সিংহ আৰু হিতেশ্বৰ শইকীয়াৰ বিৰুদ্ধে দিল্লীত কেন্দ্ৰীয় চৰকাৰৰ ওচৰত অভিযোগ তুলিলে। এই অভিযোগ সমূহৰ কোনো যুক্তিযুক্ততা বা প্ৰমাণ নথকাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে এই অভিযোগৰ কোনো ব্যৱস্থা গ্ৰহণ নকৰিলে। অভিযোগৰ কাগজ ফাইলৰ গাঁথিৰ মাজতে আবদ্ধ থাকিল। আচলতে অসম চৰকাৰ ভাঙিবৰ বাবেই এই কাম কৰা হৈছিল যদিও ইয়াৰ কোনো ফল নধৰিলে। সেই সময়ত ভাৰতৰ ৰাষ্ট্ৰপতি আছিল নীলম সঞ্জীৱ ৰেড্ডী আৰু প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাই।

১৯৭৭ চন। অসমৰ ৰাজনৈতিক জগতত এনেবোৰ অস্থিৰতা চলি থাকোঁতেই ভাৰতৰ প্ৰধানমন্ত্ৰী মোৰাৰজী দেশাই প্ৰথমবাৰ অসম ভ্ৰমণ কৰিবলৈ আহে। দুৰ্ভাগ্যক্ৰমে যোৰহাটৰ ওচৰৰ টেকেলা গাঁৱত আকাশী যানখনৰ যান্ত্ৰিক বিজুটি ঘটাৰ বাবে তেও দুৰ্ঘটনাৰ সন্মুখীন হয়। সৌভাগ্যক্ৰমে দেশাই আৰু তেওঁৰ সহযাত্ৰী পুত্ৰ ধাননিৰ মাজত পৰি কথমপিহে ৰক্ষা পৰে। দেশায়ে কোনোধৰণৰ শাৰীৰিক আঘাত নাপালে যদিও তেওঁৰ পুত্ৰই এই দুৰ্ঘটনাত কিছু শাৰীৰিক আঘাত পায়। নাটকীয়ভাবে প্ৰধানমন্ত্ৰী দেশাইক স্থানীয় গাঁৱৰ ৰাইজে আদৰি লয় আৰু বিমানঘাটিত আদৰণি জনাবলৈ অপেক্ষা কৰি থকা ৰাজনৈতিক নেতাসকল নিৰাশ হৈ উভতি আহিব লগাত পৰে। এনে পৰিস্থিতিত এইবাৰো প্ৰধানমন্ত্ৰীক

ৰাজ্যৰ ৰাজনৈতিক অৱস্থা বা কোনো অভিযোগ উত্থাপন কৰাৰ পৰিবেশেই নহ'ল।

দ্বিতীয়বাৰ প্ৰধানমন্ত্ৰী দেশাই চৰকাৰী ভ্ৰমণসূচী লৈ অসমলৈ আহিছিল। সেইবাৰ তেওঁ শইকীয়াৰ কাৰ্যকুশলতা, নিপুণতা আৰু কৰ্তব্যপৰায়ণতাত অতিকৈ মোহিত হয়।

## অসমত জনতা পাৰ্টিৰ লগত চামিল হোৱাৰ অসন্মতি

১৯৭৭ চনৰ শেষৰফালে অসমত জনতাটো লাহে লাহে প্ৰবল হৈ অহা দেখা গ'ল। তেওঁলোকৰ সাংগঠনিক দিশটোও যথেষ্ট শক্তিশালী হবলৈ ধৰিলে। ৰাজ্যখনত তেতিয়া শৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰ। সেই সময়ত কংগ্ৰেছৰ অৱস্থা অসমত ক্ৰমান্বয়ে দুৰ্বল হৈ আহিবলৈ ধৰিছিল। ফলত ১৯৭৮ চনত অসমত হোৱা নিৰ্বাচনত ১২৬ খন আসনৰ ভিতৰত জনতা পাৰ্টিয়ে ৫৩ খন আসন লাভ কৰিবলৈ সমৰ্থ হল। আনহাতে কংগ্ৰেছে লাভ কৰিলে মাত্ৰ ২৬ খন। শইকীয়া তীব্ৰ প্ৰতিযোগিতাৰ মাজত এই নিৰ্বাচনত নাজিৰা সমষ্টিৰ পৰা পুনৰ নিৰ্বাচিত হৈ আহিল। কোনোদলেই অকলে চৰকাৰ গঠন কৰিব পৰাকৈ আসন লাভ কৰিব নোৱাৰিলে। একক সংখ্যাগৰিষ্ঠতা লাভ নকৰিলে যদিও জনতা পাৰ্টিয়ে মাত্ৰ ১১ জন সদস্যৰ সমৰ্থন পালেই চৰকাৰ গঠন কৰিব পাৰে। জনতা পাৰ্টিৰ সভাপতি চন্দ্ৰশেখৰে শৰৎ চন্দ্ৰ সিংহৰ লগত টেলিফোনেৰে কথা পাতিলে, চন্দ্ৰশেখৰে প্ৰস্তাৱ আগবঢ়ালে এনেধৰণে-শৰৎ চন্দ্ৰ সিংহই শইকীয়াক লগত লৈ জনতা পাটিত যোগ দি নিজে প্ৰশাসনৰ মুৰব্বী হৈ দায়িত্ব গ্ৰহণ কৰক অথবা জনতা পাৰ্টিৰ লগত সংযুক্ত চৰকাৰ (Coalition Government) এখন গঠন কৰক। শৰৎ চন্দ্ৰ সিংহ আৰু শইকীয়াৰ কাৰণে দুয়োটা প্ৰস্তাৱেই তাৎপৰ্যপূৰ্ণ। দূৰদৰ্শী শইকীয়াই শৰৎ সিংহৰ লগত গভীৰভাবে দুয়োটা প্ৰস্তাৱৰ বিষয়ে আলোচনা কৰিলে। আলোচনাৰ অন্তত দুয়োটা প্ৰস্তাৱতে অসন্মতি প্ৰকাশ কৰিলে। শইকীয়া আৰু সিংহৰ অবিচলিত মতৰ বিষয়ে জানিব পাৰি অসমৰ জনতা নেতাসকলে স্বস্তিৰ নিশ্বাস কাঢ়িলে। জনতা পাৰ্টিৰ নেতাসকল শইকীয়া আৰু সিংহৰ দৃঢ়তাত সন্তুষ্টহে হ'ল। কাৰণ নিজৰ দললৈ নতুনকৈ কোনো শক্তিশালী ৰাজনৈতিক নেতাৰ আগমন ভাল নোপোৱাতো স্বাভাৱিক। সেই সময়ত শইকীয়াক অন্তৰ্ভুক্ত কৰি চৰকাৰ গঠন কৰিলে দলত নিজৰ স্থিতি দুৰ্বল হব বুলি বহু নেতাই সন্দেহ কৰিছিল। আনহাতে হিতেশ্বৰ শইকীয়া সেই সময়ত দুৰ্বল হৈ পৰা কংগ্ৰেছৰ দলীয় সংগঠনৰ কামত অহৰ্নিশে ব্যস্ত হৈ পৰিছিল।

জনতা পাৰ্টিয়ে কিছুমান চৰ্তসাপেক্ষে অসমৰ পি. টি. চি. এ. (PTCA) আৰু চি. পি. এম. দলৰ সমৰ্থনত গোলাপ বৰবৰাৰ নেতৃত্বত চৰকাৰ গঠন কৰিলে। PTCA দলে অসমত তেওঁলোকৰ স্বায়ত্বশাসিত উদয়াচলৰ দাবী জনালে আৰু মন্ত্ৰীসভাত কেইবাটাও প্ৰধান দপ্তৰৰ দায়িত্ব ললে, আনহাতে মাক্সবাদী কমিউনিষ্ট দলৰ লোকসকলে আশানুতীতভাবে লাভ কৰা নিজৰ ক্ষমতাক লৈ ব্যস্ত হৈ পৰিল। সাময়িকভাবে ৰাজনৈতিক পৰিস্থিতি পুনৰ অস্থিৰ হৈ পৰিল। চাৰিজন ক্ষমতাশালী লোক ক্ৰমে মুখ্যমন্ত্ৰী গোলাপ বৰবৰা, প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ, শক্তিশালী জনতা নেতা দুলাল বৰুৱা আৰু কংগ্ৰেছ নেতা হিতেশ্বৰ শইকীয়াই অসমৰ ৰাজনীতিত খলকনি লগ্যবলৈ ধৰিলে। ফলস্বৰূপে পুনৰ অসমৰ ৰাজনৈতিক পটভূমিত খেলি-মেলি আৰম্ভ হ'ল। ৰাজনৈতিক নীতিত মতভেদ থকা কেইবাটাও ৰাজনৈতিক দলৰ সমৰ্থনত প্ৰতিষ্ঠা হোৱা চৰকাৰ এখন স্থায়ী হোৱাত যথেষ্ট বাধাৰ সন্মুখীন হোৱাটো স্বাভাৱিক। অসমতো ইয়াৰ ব্যতিক্ৰম নহ'ল। অসমত নিবাৰণ বৰাই নতুন উদ্যমেৰে পূৰ্বাঞ্চলীয় লোক পৰিষদ আৰু নগেন হাজৰিকাই অসম জাতীয়তাবাদী দল প্ৰতিষ্ঠা কৰি নিজৰ দলৰ সাংগাঠনিক কামত উঠি পৰি লাগিল। লগে লগে ৰাষ্ট্ৰীয় দলৰ স্থিতি অসমত থৰক বৰক হ'বলৈ ধৰিলে। ৰাষ্ট্ৰীয় দলৰ দুৰ্বলতা আৰু ব্যৰ্থতালৈ লক্ষ্য কৰি বহুলোকে আঞ্চলিক দলত যোগদান কৰিলে। লগতে বহু হতাশাগ্ৰস্ত সৰ্বভাৰতীয় ৰাজনীতিবিদেও যোগদান কৰিলে। ক্ৰমে আঞ্চলিক দলদুটাৰ স্থিতি আগতকৈ সবল হৈ পৰিল। আঞ্চলিক দলসমূহে ৰাষ্ট্ৰীয় দলক ক্ষমতাচ্যুত কৰি ওফৰাই পেলাবলৈ যত্নপৰ হ'ল।

## সদৌ অসম ছাত্ৰ সন্থা

অসমৰ ৰাজনৈতিক প্ৰেক্ষাপটত এনেদৰে খেলি-মেলি লগাৰ সময়তে ১৯৭৯ চনৰ আৰম্ভণিতে সদৌ অসম ছাত্ৰ সন্থাই (AASU) বাতৰি কাকতৰ শিৰোনামা দখল কৰি অসমৰ ৰাইজৰ মাজত জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে। অসমলৈ হোৱা বিদেশী প্ৰব্ৰজন আৰু এই প্ৰব্ৰজনৰ ফলত অসমৰ অৰ্থনৈতিক দিশত প্ৰভাৱৰ বিষয়ে মানুহৰ মাজত প্ৰচাৰ আৰম্ভ হ'ল। লাখ লাখ বিদেশীয়ে অসমত ভোটাধিকাৰ লাভ কৰিছে— এই শীৰ্ষক বিভিন্ন প্ৰবন্ধ-পাতি নিতৌ বাতৰি কাকত আলোচনী কাকত আদিত প্ৰকাশ হবলৈ ধৰিলে। এই বিদেশীসকলক বহিষ্কাৰ কৰিবৰ বাবে সদৌ অসম ছাত্ৰ সন্থাই আন্দোলন আৰম্ভ কৰিলে। জনসাধাৰণৰ মাজত ইয়াৰ তীব্ৰ প্ৰতিক্ৰিয়া হল। সদৌ অসম ছাত্ৰ সন্থাই জনসাধাৰণৰ সমৰ্থন লাভ কৰিবলৈ ধৰিলে। লাহে লাহে। ইয়াৰে ফলস্বৰূপে সদৌ অসম ছাত্ৰ সন্থাৰ বিদেশী বহিষ্কাৰ আন্দোলন পৰিবৰ্তিত হ'ল গণ আন্দোলনলৈ।

স্থানীয় লোকসকলে ভোটাৰ তালিকাৰ সংশোধনৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে। আনকি হীৰালাল পাটোৱাৰীৰ মৃত্যুৰ পিছত মঙ্গলদৈ লোকসভা সমষ্টিৰ খালিহোৱা আসনত ভোটাৰ তালিকাৰ সংশোধন কৰিলেহে নিৰ্বাচন পাতিবলৈ দাবী জনোৱা হ'ল। ১৯৭৯ চনৰ জুন মাহৰ ভিতৰতে ভোটাৰ তালিকা সংশোধনৰ কাম শেষ হ'ব লাগিছিল যদিও, অসমৰ জনতা চৰকাৰে আন্দোলনকাৰীৰ হেঁচাত আৰু ৰাজনৈতিক কাৰণত ইয়াৰ সংশোধনী কাম সময়মতে শেষ কৰাব নোৱাৰিলে। অৱনতি ঘটিল ৰাজনৈতিক পৰিস্থিতিৰ। ৰাজ্যখনত এফালে বহুসংখ্যক ভোটাৰৰ ভোটদানৰ বৈধতা সম্পৰ্কে অভিযোগ উত্থাপন হ'ল আৰু আনফালে সৰ্বভাৰতীয় বহুতো ৰাজনৈতিক দলে ভাৰতীয় নাগৰিকক বিনাদোষত বিদেশীৰ নামত হাৰাশাস্তি কৰাৰ অভিযোগ তুলিলে। ইয়াৰ অবধাৰিত ফলস্বৰূপে নিৰ্বাচনী আয়োগে সকলো ধৰণৰ বিবাদৰ মীমাংসা স্থগিত ৰাখিবলৈ নিৰ্দেশ দিবলৈ বাধ্য হ'ল।

সদৌ অসম ছাত্ৰসন্থা আৰু নতুনকৈ গঠিত হোৱা আঞ্চলিক দলসমূহে ইতিমধ্যে অসমৰ বিদেশী বহিষ্কাৰ আন্দোলন অধিক তীব্ৰতৰ কৰি তুলিলে। ১৯৭৯ চনৰ আগষ্ট মাহৰ ২৭ তাৰিখ। ছাত্ৰসন্থাৰ প্ৰফুল্ল মহন্ত, ভৃগু ফুকন প্ৰমুখ্যে নেতাসকল আৰু আঞ্চলিক দলৰ কিছু সংখ্যক সদস্যৰ আহ্বানত ডিব্ৰুগড়ত এখন সভা অনুষ্ঠিত হ'ল। জন্ম হ'ল "সদৌ অসম গণ সংগ্ৰাম পৰিষদ"ৰ। আঞ্চলিক দলসমূহৰ বাহিৰেও আনকি অসম সাহিত্য সভা আৰু বড়ো সাহিত্য সভাৰো এই পৰিষদে সমৰ্থন লাভ কৰিবলৈ সমৰ্থ হ'ল। ১৯৮০ চনৰ প্ৰথম ভাগতে পাতিব খোজা মধ্যকালীন লোকসভা নিৰ্বাচনত এই পৰিষদে সৰ্বতোপ্ৰকাৰে বাধা আৰোপ কৰিবলৈ ধৰিলে। হিতেশ্বৰ শইকীয়াই সেইসময়ত দুৰ্বল হৈ পৰা কংগ্ৰেছৰ দলীয় সংগঠনৰ কামত আত্মনিয়োগ কৰিলে।

## ৰাজনৈতিক পৰিবৰ্তন

ইফালে অসমৰ ৰাজনৈতিক বাতাবৰণ তমসাচ্ছন্ন হ'ল। চাৰিওফালে অনিশ্চয়তা। ১৯৮০ চনৰ লোকসভা নিৰ্বাচনৰ বাবে নিৰ্ভুল ভোটাৰ তালিকা প্ৰস্তুত কৰিবলৈ নিৰ্বাচনী আয়োগে প্ৰমাণৰ ভিত্তিত গোচৰ সমূহ নিষ্পত্তি কৰাৰ নিৰ্দেশ দিলে। ফলস্বৰূপে জনসাধাৰণৰ মাজত পুনৰ বিশৃঙ্খলতাই দেখা দিলে। অসমত অধিষ্ঠিত দুৰ্বল জনতা চৰকাৰে যুক্তিসংগত হলেও কোনো মন্তব্য দিয়াৰ পৰা বিৰত থাকিল। এনে সমস্যাৰ পৰিপ্ৰেক্ষিতত চি. পি. আই. (এম) ৰ সদস্যসকল, সংখ্যালঘু সম্প্ৰদায়ৰ লোকসকল আৰু সৰ্বভাৰতীয় কিছুমান ৰাজনৈতিক দল সচকিত হৈ উঠিল। চি. পি. আই. (এম) দলৰ সদস্যসকল আৰু বিধানসভাৰ অধ্যক্ষ যোগেন হাজৰিকাৰ লগত একসংখ্যক জনতা সদস্যই বৰবৰালৈ সমৰ্থন প্ৰত্যাহাৰ কৰিলে। যোগেন হাজৰিকাৰ নেতৃত্বত নতুনকৈ গঠিত হ'ল অসম

জনতা দল। ১৯৭৯ চনৰ নবেম্বৰ মাহত বৰবৰা চৰকাৰৰ পতন ঘটিল। এই ঘটনাৰ পিছতে কংগ্ৰেছ আৰু অসম জনতা দলৰ সদস্যৰ সহযোগত যোগেন হাজৰিকাই অসমত এখন নতুন মন্ত্ৰীসভা গঠন কৰিলে। অসমৰ এই ৰাজনৈতিক অস্থিৰ পৰিবেশত আন্দোলনে সম্পূৰ্ণ গা কৰি উঠিল। জনতা চৰকাৰৰ পতনৰ দুদিন পিছৰে পৰা আৰম্ভ হল বন্ধ, অসহযোগ, পিকেটিং। কিছুসংখ্যক চৰকাৰী চাকৰিয়ালেও এই আন্দোলনলৈ সমৰ্থন আগবঢ়ালে। আন্দোলনৰ গুৰি ধৰোঁতা সকলে আনকি চৰকাৰক ভোটাৰ তালিকাৰ পৰা বিদেশী লোকৰ নাম কৰ্তন নকৰা পৰ্যন্ত নিৰ্বাচন স্থগিত ৰাখিবলৈ দাবী জনালে। নবেম্বৰ মাহৰ শেষৰ ফালৰ পৰা ছাত্ৰসন্থাই সৰ্বতোপ্ৰকাৰে লোকসভা নিৰ্বাচনৰ বিৰোধিতা কৰি সত্যাগ্ৰহ, বন্ধ, পিকেটিং আদিৰে বাধা প্ৰয়োগ কৰিবলৈ ধৰিলে। আনকি কেন্দ্ৰীয় চৰকাৰে দিল্লীলৈ আলোচনাৰ বাবে কৰা আমন্ত্ৰণ প্ৰত্যাখ্যান কৰি নিৰ্বাচনৰ প্ৰাৰ্থী সকলে মনোনয়ন পত্ৰ দিয়াত বাধা দিবলৈ অসম বন্ধৰো আহ্বান জনালে। অৱশ্যে এই দাবী ন্যায়সংগত নাছিল। ৰাজনৈতিক দলসমূহৰ মাজতো মতভেদ হ'ল। কোনো কোনো হ'ল সপক্ষে আৰু কোনো হ'ল বিপক্ষে। ৰাজ্যখনৰ এনে ৰাজনৈতিক সন্ধিক্ষণত কংগ্ৰেছৰ হিতেশ্বৰ শইকীয়া আৰু শৰৎ চন্দ্ৰ সিংহই অতি দৃঢ়তাৰে অসম চৰকাৰৰ প্ৰতি সমৰ্থন উঠাই লোৱাত ১৭ জনীয়া অসম জনতা দলৰ চৰকাৰৰ পতন ঘটিল। ইয়াৰে অৱধাৰিত ফলস্বৰূপে আৰম্ভ হ'ল অসমত পোন প্ৰথম বাৰৰ বাবে ৰাষ্ট্ৰপতিৰ শাসন।

বন্ধ, পিকেটিং আৰু খাৰুৱাতেল চলাচলত অৱৰোধ আদি আন্দোলনৰ বিভিন্ন কাৰ্যসূচী পুনৰ আৰম্ভ হ'ল। অসমৰ বৰাক উপত্যকাত এই আন্দোলনৰ বিশেষ প্ৰভাৱ নপৰিল। আন্দোলনৰ প্ৰভাৱত অসম উপত্যকাত লোকসভাৰ নিৰ্বাচন অনুষ্ঠিত নহ'ল। কেৱল কাছাৰ জিলাৰ পৰা দুজন কংগ্ৰেছ প্ৰাৰ্থী লোকসভালৈ নিৰ্বাচিত হ'ল।

ইতিমধ্যে কেন্দ্ৰত জনতা চৰকাৰৰ পতন হ'ল। কিছুদিনৰ কাৰণে চৌধুৰী চৰণ সিঙে চৰকাৰ গঠন কৰিলে। পুনৰ নিৰ্বাচন অনুষ্ঠিত হ'ল। কেন্দ্ৰত কংগ্ৰেছ দলে পুনৰ ক্ষমতা দখল কৰিলে। ইন্দিৰা গান্ধী ভাৰতৰ প্ৰধানমন্ত্ৰী হ'ল। অসম সমস্যা সমাধানৰ অৰ্থে ১৯৮০ চনৰ ফেব্ৰুৱাৰী মাহত ইন্দিৰা গান্ধীয়ে সদৌ অসম ছাত্ৰসন্থাক দিল্লীলৈ আমন্ত্ৰণ জনালে। কেন্দ্ৰীয় চৰকাৰ আৰু সদৌ অসম ছাত্ৰসন্থাৰ মাজত কেইবালানিও আলোচনা অনুষ্ঠিত হ'ল যদিও বিশেষ ফল নধৰিলে। ১৯৬৭ চন ভিত্তি বছৰ হিচাপে লৈ বিদেশী নাগৰিক চিনাক্ত কৰিবলৈ অসমৰ ৰাজ্যপালে কৰা অনুৰোধ সদৌ অসম ছাত্ৰ সন্থাই উপেক্ষা কৰি আন্দোলন তীব্ৰতৰ কৰি তুলিলে। সদৌ অসম সংখ্যালঘু ছাত্ৰসন্থাই (All Assam Minority Students Union) সদৌ অসম ছাত্ৰ সন্থাই কৰা দাবীমতে অসমত বসবাস কৰা

লোকসকলক ১৯৭১ চনৰ ২৫ মাৰ্চলৈকে অসমৰ স্থায়ী বাসিন্দা হিচাপে দিব লগা নাগৰিক প্ৰমাণ-পত্ৰৰ বিৰোধিতা কৰিলে। তেওঁলোকে ১৯৮১ চনত হ'ব লগা জনসংখ্যা পিয়লত যাতে কোনো সংখ্যালঘু লোকৰ নাম অন্তৰ্ভুক্ত নোহোৱাকৈ নাথাকে ইয়াৰ ওপৰত গুৰুত্ব দিলে। লগতে সংখ্যালঘুসকলৰ সুৰক্ষাৰ বাবেও চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰিলে। অৱশেষত অসম সমস্যা সমাধানৰ অৰ্থে প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী অসমলৈ আহিল ১৯৮০ চনৰ এপ্ৰিল মাহত বহাগ বিহুৰ সময়ত। ১৯৭১ চন বিদেশী চিনাক্তকৰণৰ ভিত্তি বছৰ হিচাপে লবলৈ আন্দোলনৰ নেতৃবৰ্গলৈ ইন্দিৰা গান্ধীয়ে পৰামৰ্শ আগবঢ়ালে। সদৌ অসম ছাত্ৰ সন্থাই এই পৰামৰ্শও অগ্ৰাহ্য কৰিলে। ফলত ইন্দিৰা গান্ধীয়ে এইবাৰ অসম সমস্যাৰ সমাধান সূত্ৰ উলিয়াবলৈ সমৰ্থ নহ'ল। মে' মাহৰ পৰা আন্দোলন তীব্ৰৰ পৰা তীব্ৰতৰ হ'ল, আনকি চৰকাৰী চাকৰিয়ালৰ এক অংশই চৰকাৰৰ লগত অসহযোগ আৰম্ভ কৰিলে। অসমৰ বিভিন্ন ঠাইত বিক্ষিপ্ত হিংসাত্মক ঘটনা ঘটা পৰিলক্ষিত হ'ল। সদৌ অসম সংখ্যালঘু ছাত্ৰসন্থাই প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে আগবঢ়োৱা পৰামৰ্শ অনুযায়ী ১৯৭১ চন ভিত্তি বছৰ হিচাপে লৈ বিদেশী চিনাক্তকৰণ কৰি ৰাজ্যত সুস্থিৰ বাতাবৰণ সৃষ্টি কৰিবলৈ মে' মাহৰ ২৬ তাৰিখ দাবী দিবস (Demand Day) হিচাপে পালন কৰিলে। আন্দোলনৰ সপক্ষে আৰু বিপক্ষে থকা লোকসকলৰ মাজত লাহে লাহে মতভেদ বাঢ়ি আহিবলৈ ধৰিলে। কোনো কোনো ঠাইত উত্তেজিত জনতাৰ মাজত আনকি সংঘৰ্ষও হ'ল। ফলত ৰাজ্যখনত বিনষ্ট হ'ল শান্তিৰ বাতাবৰণ। অশান্তিৰ এই বিস্ফোৰণত বহুলোকৰ সা-সম্পত্তি নাশ হোৱাই নহয় আনকি প্ৰাণহানি পৰ্যন্ত হ'ল।

এনেকুৱা এক অগ্নিগৰ্ভ পৰিস্থিতিত ৰাষ্ট্ৰপতিৰ শাসনত থকা অসম সাংবিধানিক সংকটৰ (Constitutional crisis) সন্মুখীন হ'ল। ৰাজনৈতিক নেতা সকল ইয়াৰ সমাধানসূত্ৰ বিচাৰি উলিয়াবলৈ যত্নপৰ হ'ল। সেই সময়ত ভাৰতৰ অন্যৰাজ্যৰ দৰে অসমতো কংগ্ৰেছৰ বিভাজন ঘটিল। হিতেশ্বৰ শইকীয়াই নিজে চৈয়দা আনোৱাৰা টাইমুৰৰ নেতৃত্বৰ কংগ্ৰেছ (ই) ত যোগদান কৰিলে। তেতিয়াৰ পৰাই শৰৎ চন্দ্ৰ সিংহ আৰু হিতেশ্বৰ শইকীয়া দুটা ভিন্ন ৰাজনৈতিক দলভুক্ত হ'ল। ১৯৮০ চনৰ ডিচেম্বৰ মাহত চৈয়দা আনোৱাৰা টাইমুৰৰ নেতৃত্বত অসমত সৰ্বপ্ৰথম কংগ্ৰেছ (ই) চৰকাৰ গঠন হ'ল।

অভিজ্ঞ ৰাজনীতিক হিতেশ্বৰ শইকীয়াই ৰাজ্যৰ এনে সংকটপূৰ্ণ মুহূৰ্তত ক্ষমতা অধিকাৰ কৰাতকৈ শান্তি স্থাপন কৰি অসমক সাংবিধানিক সংকটৰ পৰা মুক্ত কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। তেওঁ টাইমুৰ মন্ত্ৰীসভাত ১৯৮০ চনৰ ডিচেম্বৰ মাহৰ



ইন্দিৰা গান্ধীৰ লগত।



ৰাষ্ট্ৰপতি জ্ঞানী জৈল সিং-ৰ পৰা সম্মানপত্ৰ গ্ৰহণ কৰি আছে, কাশত পত্নী ডঃ হেমপ্ৰভা শইকীয়া।



মাদাৰ টেৰিজাৰ লগত শ্ৰী ও শ্ৰীমতি হিতেশ্বৰ শইকীয়া।



গ্ৰন্থ উন্মোচনৰ সভাত ডঃ মহেশ্বৰ নেওঁগ, নৱকান্ত বৰুৱা, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, দণ্ডেশ্বৰ গগৈ আৰু শৃল শৰ্মা।



দৰ্শকৰ শাৰীত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া।




কলিকতাত অনুষ্ঠিত লেখক সম্মিলনত মুখ্যমন্ত্ৰী শইকীয়া। কাষত নৱকান্ত বৰুৱা আৰু ডঃ হেমপ্ৰভা শইকীয়া।



অৰুণাচল প্ৰদেশৰ মুখ্যমন্ত্ৰী গেগং আপাঙৰ লগত।



বিশিষ্ট সাংবাদিক কুলদীপ নায়াৰৰ লগত।

পৰা ১৯৮১ চনৰ জুনমাহলৈকে শিক্ষাদপ্তৰৰ দায়িত্বত আছিল। টাইমুৰ চৰকাৰৰ দিনতো ৰাজ্যখনৰ পৰিস্থিতি স্বাভাবিক নহ'ল।

## শইকীয়াৰ শাৰীৰিক অসুস্থতা

টাইমুৰ মন্ত্ৰীসভাত যোগদান কৰাৰ পিছতেই শইকীয়া শাৰীৰিকভাবে অসুস্থ হৈ পৰে। কিড্‌নিৰ অসুস্থতাৰ বাবে ১৯৮০ চনৰ ডিচেম্বৰ মাহৰ শেষৰ সপ্তাহত শইকীয়াক গুৱাহাটীৰ সামৰিক হস্পিতালত ভৰ্তি কৰোৱা হয়। সেই সময়ত তেওঁৰ পত্নী অধ্যাপিকা হেমপ্ৰভা শইকীয়া শিমলুগুৰিৰ বাসভবনত আছিল। তেওঁৰ অসুখৰ তাঁৰ বাৰ্তা পাই ডিচেম্বৰ মাহৰ ত্ৰিশ তাৰিখে শ্ৰীমতী শইকীয়া দেওৰেক ৰোহিতেশ্বৰ শইকীয়াক লগত লৈ শইকীয়াৰ কাষলৈ আহিল। চিকিৎসক সকলে অশেষ চেষ্টা কৰিছিল যদিও শইকীয়াৰ স্বাস্থ্যৰ অৱনতিহে ঘটিল। শয্যাগত শইকীয়াৰ খবৰ লবলৈ তেওঁৰ গুণমুগ্ধ শ শ লোকৰ জনস্ৰোত ববলৈ ধৰিলে সামৰিক হস্পিতাললৈ। ১৯৮১ চনৰ পহিলা জানুৱাৰী। অসুস্থ হিতেশ্বৰ শইকীয়াক বিমানেৰে গুৱাহাটীৰ পৰা কলিকতালৈ নিয়া হ'ল। কলিকতাৰ "বেল ভিউ" নাৰ্চিং হোমত সেইদিনাই শইকীয়াক চিকিৎসাৰ কাৰণে ভৰ্ত্তি কৰোৱা হয়। সেই সময়ত তেওঁৰ লগত আছিল পত্নী হেমপ্ৰভা শইকীয়া আৰু ভাতৃ ৰোহিতেশ্বৰ শইকীয়া। চিকিৎসক সকলে তেওঁক সুস্থ কৰিবলৈ অপ্ৰাণ চেষ্টা কৰিছিল যদিও নাৰ্চিং হোমতো তেওঁৰ স্বাস্থ্যৰ অকণো উন্নতি হোৱা পৰিলক্ষিত ন'হল। উপায়ন্তৰ হৈ নাৰ্চিং হোমৰ চিকিৎসক সকলে শইকীয়াক বোম্বাইৰ যশলোক হস্পিতাললৈ নিবলৈ পৰামৰ্শ আগবঢ়ালে। ১৯৮১ চন। জানুৱাৰী মাহৰ ৯ তাৰিখ। শইকীয়াক বিমানেৰে কলিকতাৰ পৰা বোম্বাইলৈ নি যশলোক হস্পিতালত চিকিৎসাৰ বাবে ভৰ্ত্তি কৰোৱা হ'ল। চিকিৎকসকলৰ মতে তেওঁৰ দুয়ো'টা কিড্‌নি ৰোগাক্ৰান্ত। ডায়েলাইছিছ কৰি তেওঁক সুস্থ কৰিবলৈ যত্ন কৰা হল। চিকিৎসক সকলৰ অশেষ চেষ্টা আৰু যত্নত শইকীয়া কিছু আৰোগ্য হ'ল যদিও সম্পূৰ্ণ সুস্থ নহ'ল। এই চিকিৎসালয়ত তেওঁ প্ৰায় তিনিমাহ কাল চিকিৎসাধীন হৈ আছিল। অভিজ্ঞ চিকিৎসকসকলে অৱশেষত শইকীয়াক সম্পূৰ্ণ সুস্থ কৰিবৰ কাৰণে মাঁথোন এটা উপায় দিলে। কোনো সুস্থ লোকৰ কিড্‌নি এটা তেওঁৰ শৰীৰত অস্ত্ৰোপচাৰ কৰি স্থাপন কৰিলেহে শইকীয়া সম্পূৰ্ণ স্বাভাবিক আৰু সুস্থ হৈ উঠিব। ঘৰৰ লোকসকল আৰু হিতাকাঙ্ক্ষী সকল চিন্তিত হ'ল। এই শাৰীৰিক অসুস্থতাৰ সময়তো শইকীয়াৰ মনোবল অকনো হ্ৰাস পোৱা নাছিল। তেওঁৰ সহধৰ্মিণী ডঃ হেমপ্ৰভা শইকীয়াই সেই দুৰ্যোগপূৰ্ণ সময় হোৱাৰ মৰ্মন্তুদ কাহিনী স্মৃতিচাৰণ কৰি কৈছে "প্ৰথম যেতিয়া কিড্‌নিৰ অসুখ ধৰা পৰে আৰু বোম্বাইৰ যশলোক হস্পিতালত চিকিৎসাধীন হৈ থাকিবলগীয়া হৈছিল তেতিয়া নিৰ্জন সময়ত ৰোগগ্ৰস্ত

মানুহজনৰ মনোবেদনা দেখি হতাশাত যেতিয়া মই ভাগি পৰিব খোজো, তেতিয়া কিন্তু ৰোগগ্ৰস্ত মানুহজনেহে মোক শান্তনা দিছিল ভাগি নপৰিবলৈ আৰু কৈছিল, মানুহৰ বেমাৰ হয় আৰু বেমাৰৰ চিকিৎসাও আছে।”

ঘৰৰ সকলো চিন্তিত হ'ল। কিড্‌নি পৰিবৰ্তিত কৰিবলৈ একে তেজৰ গ্ৰুপৰ কিড্‌নি পাব লাগিব। অৱশেষত চিন্তাৰ পৰিসমাপ্তি ঘটিল। হিতেশ্বৰ শইকীয়াৰ সৰু ভাতৃ টঙ্কেশ্বৰ শইকীয়া (টুনী) আগবাঢ়ি আহিল নিজৰ কিড্‌নি দান কৰি সহোদৰ ককায়েকৰ জীৱন ৰক্ষা কৰিবলৈ। এনে মহৎদান সদায় স্মৰণীয় হৈ থাকিব।

শইকীয়াৰ ধৈৰ্য আৰু কৰ্তব্যপৰয়ণতা গুণৰ প্ৰমাণ আনকি অসুস্থ হৈ থকা এই দিন কেইটাতো পোৱা গৈছিল। অসুস্থ অৱস্থাতো শইকীয়াই নিজৰ দায়িত্ব অতি ধৈৰ্যৰে পালন কৰিছিল। যশলোক হস্পিতালত চিকিৎসাধীন হৈ থাঁকোতেই অসমত টাইমুৰ মন্ত্ৰীসভা সংকটৰ সম্মুখীন হয়। বাজেট অনুমোদনৰ সময়ত টাইমুৰ মন্ত্ৰীসভা অনাস্থা প্ৰস্তাৱৰ সম্মুখীন হোৱাৰ সম্ভাৱনা দেখাত চৰকাৰক এই সংকটপূৰ্ণ মুহূৰ্তত সহায় কৰিবলৈ অসুস্থ শৰীৰেৰে শইকীয়া নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰিবলৈ গুৱাহাটীলৈ আহিছিল। শাৰীৰিক অসুস্থতাই শইকীয়াক কেতিয়াও কৰ্তব্যৰ পৰা বিচলিত কৰিব পৰা নাছিল।

ইতিমধ্যে কিড্‌নি অস্ত্ৰোপচাৰ কৰিবলৈ শইকীয়া আমেৰিকা যুক্তৰাষ্ট্ৰলৈ যাবলৈ স্থিৰ কৰিলে। টাইমুৰ চৰকাৰৰ সাহায্যত ১৯৮১ চনৰ মে মাহৰ ১৮ তাৰিখে সহধৰ্মিণী হেমপ্ৰভা শইকীয়া, সহোদৰ টুনী, ভাইবোৱাৰী উষা, ভনীজোঁৱাই গগৈ আৰু ডাক্তৰ কোঁৱৰ সহ শইকীয়া আমেৰিকাৰ বোষ্টনলৈ বুলি ৰাওনা হ'ল। ৰুগ্ন হিতেশ্বৰ শইকীয়াক বোষ্টনৰ উইমেন হস্পিতালত (Birghan Woman Hospital) চিকিৎসাৰ কাৰণে ভৰ্ত্তি কৰোৱা হ'ল। ইয়াতে ১৯৮১ চনৰ ২৫ জুনৰ দিনা ভাতৃ টুনীৰ বাওঁফালৰ কিড্‌নি অস্ত্ৰোপচাৰৰ সহায়ত শইকীয়াৰ শৰীৰত স্থাপন কৰা হ'ল। ভগৱানৰ ইচ্ছাত পৰিয়ালবৰ্গ আৰু গুণমুগ্ধ লোকসকলৰ মুখত সন্তোষৰ হাঁহি বিৰিঙাই শইকীয়াই স্বাভাৱিক জীৱন লাভ কৰিলে। ভাতৃ টুনীও সুস্থ হৈ পৰিল। ১৯৮১ চনৰ অক্টোবৰৰ ১৮ তাৰিখে সম্পূৰ্ণ সুস্থ হৈ সহাস্য বদনে শইকীয়া গুৱাহাটীলৈ উভটি আহিল।

## গগৈ মন্ত্ৰীসভাত শইকীয়া

গুৱাহাটীলৈ উভতি আহিয়ে শইকীয়াই টাইমুৰ মন্ত্ৰীসভাত পুনৰ শিক্ষামন্ত্ৰীৰ কাৰ্যভাৰ গ্ৰহণ কৰিলে। ইয়াৰ কিছুদিন পিছতে অসমত টাইমুৰ মন্ত্ৰীসভাৰ পতন ঘটিল। দ্বিতীয়বাৰৰ বাবে ৰাজ্যখনত প্ৰৱৰ্তিত হল ৰাষ্ট্ৰপতিৰ শাসন। ৰাজনৈতিক মহলত পুনৰ নতুন মন্ত্ৰীসভা গঠনৰ জল্পনা-কল্পনা চলিল।

ৰাষ্ট্ৰপতিৰ শাসনৰ পৰা মুক্ত হোৱাৰ পিছত অসমত কেশৱ চন্দ্ৰ গগৈৰ নেতৃত্বত এখন নতুন চৰকাৰ পুনৰ গঠন কৰা হৈছিল। এই মন্ত্ৰীসভাত হিতেশ্বৰ শইকীয়া পুনৰ শিক্ষামন্ত্ৰী হিচাপে ১৯৮২ ৰ জানুৱাৰী মাহৰ পৰা মাৰ্চমাহলৈকে আছিল। ৰাষ্ট্ৰপতিৰ শাসনৰ তিক্ততা লাভ কৰা অসমৰ জনসাধাৰণে স্বাভাৱিক ভাবেই ৰাজ্যত এখন চৰকাৰ গঠন হোৱাত শান্তি লাভ কৰিছিল যদিও গগৈ চৰকাৰো বেছিদিন স্থায়ী হ'ব নোৱাৰিলে। জটিল ৰাজনীতিৰ চাকনৈয়াৰ পৰা দীৰ্ঘদিনৰ বাবে চৰকাৰ ৰক্ষা কৰিবলৈ টাইমুৰ আৰু গগৈ দুয়োজনেই সক্ষম নহ'ল। দুমাহৰ ভিতৰতে গগৈ চৰকাৰৰ পতন ঘটিল আৰু অসমত পুনৰ ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তিত হ'ল।

ৰাজ্যখনৰ অস্থিৰ ৰাজনৈতিক পৰিস্থিতিত জনসাধাৰণৰ মনত ভয়, আশংকা আৰু অনিশ্চয়তা দৃঢ় হৈ আহিল। সমাজবিৰোধী দুষ্কৃতিকাৰীয়ে ইয়াৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰিলে। ৰাজ্যৰ সকলো অংশতে হিংসাত্মক কাৰ্য সংঘটিত হ'বলৈ ধৰিলে। লাহে লাহে উগ্ৰপন্থীৰ কাৰ্যকলাপ মূৰ দাঙি উঠিল। কোনো সময়ত চৰকাৰী বিষয়া, কোনো সময়ত ৰাজনৈতিক প্ৰতিনিধি আৰু কোনো সময়ত নিৰপৰাধী সাধাৰণ নাগৰিক হিংসাত্মক কাৰ্যৰ বলি হ'ল। হত্যা কৰা হ'ল উজনি অসমৰ আয়ুক্ত পাৰ্থসাৰথিক পৰিকল্পিতভাৱে। হিতেশ্বৰ শইকীয়া নিজেও দুৰ্বৃত্তৰ হাতৰ পৰা কথমপিহে ৰক্ষা পৰিল।

## শইকীয়াৰ প্ৰাণ নাশৰ প্ৰচেষ্টা

ৰাজনৈতিক ক্ষমতাত থাকিলে মিত্ৰৰ লগতে শত্ৰুৰো বৃদ্ধি পোৱাটো তেনেই স্বাভাৱিক।

"A great man is known by the number of his enemies."

"শত্ৰুৰ সংখ্যাৰ পৰা এজন মানুহ কিমান বিখ্যাত জানিব পাৰি।"

সামাজিক কাম কৰিবলৈ যাওঁতে ব্যক্তিগত লাভ-লোকচান তেনেই নগণ্য হৈ পৰে। অহিংস মন্ত্ৰেৰে দীক্ষিত জাতিৰ পিতা মহাত্মা গান্ধীয়ো এই কুটিল চক্ৰৰ হাত সাৰিব পৰা নাছিল।

শইকীয়াইও তিনিবাৰ দুৰ্ঘটনাৰ সন্মুখীন হয়। কিন্তু তেওঁ প্ৰতিবাৰতে অক্ষত হৈ থাকে।

১৯৮০ চন। এপ্ৰিল মাহৰ ১৯ তাৰিখ। সেই সময়ত শইকীয়া নিলম্বিত বিধান সভাৰ সদস্য। দুপৰীয়া সহোদৰ ৰোহিতেশ্বৰ শইকীয়া আৰু তেওঁৰ বন্ধু জিতেন গোহাঁইৰ লগত শইকীয়া নাজিৰাৰ ওচৰৰ নাওশলিয়া গাঁৱৰ কালিদাস বৰাৰ ঘৰলৈ গৈছিল। বৰাৰ ঘৰৰ পৰা উভতি আহি নাজিৰাত বন্ধু-বান্ধৱ, সহকৰ্মী আদি বহুলোকৰ লগত সামাজিক বিষয়ৰ আলোচনা কৰি গধূলি শিমলুগুৰিৰ

নিজা বাসভৱনলৈ উভতি আহে। সেই সময়ত অসমৰ অন্য ঠাইৰ দৰে তেওঁৰ সমষ্টি নাজিৰাত আন্দোলনে সিমান গা-কৰি উঠা নাছিল। শিমলুগুৰি বাসভৱন পাবলৈ মাত্ৰ আধা কিলোমিটাৰ মান পথহে বাকী আছিল। বালিঘাটৰ তিনিআলিৰ কেকুৰিটো পাইছে মাত্ৰ। হঠাতে শইকীয়া গৈ থকা গাড়ীলৈ কোনোবাই বোমা নিক্ষেপ কৰিলে। শইকীয়া গাড়ীৰ খোলা গ্লাচৰ কাষত বহি আহিছিল। প্ৰথমটোৰ পিছত দ্বিতীয়টো বোমা পুনৰ নিক্ষেপ হ'ল। কিন্তু বোমা নিক্ষেপকাৰীসকল সফল নহ'ল। গাড়ীখনৰ কিছুঅংশ নষ্ট হ'ল যদিও শইকীয়া ভাতৃসহ কোনো আঘাত নোপোৱাকৈ ঘৰলৈ আহিবলৈ সক্ষম হ'ল। আনহাতে বোমা নিক্ষেপ কৰা যুৱকজনৰ বোমাৰ আঘাততে থিতাতে মৃত্যু হ'ল।

দ্বিতীয় ঘটনাটো ঘটিছিল ১৯৮৩ চনৰ উনৈশ নৱেম্বৰৰ দিনা। ৰবীন্দ্ৰ ভৱনৰ সন্মুখত। মুখ্যমন্ত্ৰী শইকীয়া আহিছিল ঋণ সম্পৰ্কীয় কেইখনমান উল্লেখযোগ্য আঁচনি ঘোষণা কৰাৰ উদ্দেশ্যে গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনলৈ। এই আঁচনি সমূহৰ ভিতৰত আছিল শিক্ষিত নিবনুৱা যুৱকলৈ পঁচিশ হেজাৰ টকীয়া ঋণ মুখ্যমন্ত্ৰীৰ দ্বাৰা বিতৰণ, বৃদ্ধ-বৃদ্ধা সকললৈ পেঞ্চন, নিবনুৱা স্নাতক সকললৈ নিবনুৱা ভাট্টা। কাৰ্যসূচী সুকলমে সমাপ্ত কৰি শইকীয়া তেওঁৰ সহধৰ্মিণী সহ গাড়ীত উঠিছিল মাত্ৰ। এনেতে দুৰ্ভাগ্যজনক ঘটনাটো ঘটিল। এনেসময়তে এজন ক্ষীণকায় বিভ্ৰান্তকাৰী যুৱকে শইকীয়াৰ কপালৰ ফালে ৰিভলভাৰটো টোৱালে। সোঁহাতত ৰিভলভাৰটো লৈ বাওঁখন হাতেৰে শইকীয়াক গাড়ীৰ পৰা টানি উলিয়াই আনিবলৈ চেষ্টা কৰিছিল। শইকীয়াই ক্ষীপ্ৰতাৰে যুৱকজনৰ ৰিভলভাৰ লক্ষ্যভ্ৰষ্ট কৰিবলৈ সক্ষম হ'ল। দ্বিতীয়বাৰো শইকীয়া এনেদৰে দুৰ্বৃত্তৰ হাতৰ পৰা ৰক্ষা পৰিল। উল্লেখযোগ্য যে দৃঢ়মনৰ শইকীয়া এই ঘটনা ঘটাৰ পিছতো পূৰ্ব নিৰ্দ্ধাৰিত কাৰ্যসূচী মতেই নিশ্চিন্তমনে কাম কৰি গ'ল। বহু বাতৰি কাকত, ৰাজ্যৰ শান্তিপ্ৰিয় জনসাধাৰণ, প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী, কংগ্ৰেছৰ সংসদী সদস্যবৃন্দ, অসম মন্ত্ৰীসভাৰ সদস্যসকল, প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ, গোলাপ বৰবৰা আদি নেতাসকলে এই কাৰ্যক গৰিহণা দিলে। এই ঘটনা তীব্ৰভাবে নিন্দা কৰি বহু কাকত আলোচনীত বিভিন্ন জনে সমালোচনাও কৰিলে।

## ৰাজ্যৰ স্বাভাবিক পৰিস্থিতিৰ অৱনতি আৰু নিৰ্বাচন

সময় আগবাঢ়িল। আশীৰ দশকৰ আৰম্ভণি। লাহে লাহে ৰাজ্যখনত হিংসাত্মক ঘটনা বৃদ্ধি পাবলৈ ধৰিলে। লগে লগে স্বাভাবিক পৰিস্থিতিৰো অৱনতি হ'ল। চৰকাৰী হিচাপ অনুসৰি ১৯৮০ চনৰ প্ৰথমৰ পৰা ১৯৮২ চনৰ ডিচেম্বৰ মাহলৈকে এই দুবছৰ কালৰ ভিতৰত ২৭২ টা হত্যা, ৪২৫ টা অগ্নিসংযোগ, ৩৩০ টা বিস্ফোৰণৰ ঘটনা সংঘটিত হৈছিল। ইয়াৰ বাহিৰেও জনসাধাৰণ

আৰু চৰকাৰৰ বহু পৰিমাণৰ সা-সম্পত্তিও বিনষ্ট হৈছিল। সেই সময়ত অসম ৰাষ্ট্ৰপতিৰ শাসনত আছিল যদিও ৰাজ্যখনৰ হিংসাত্মক ঘটনা প্ৰতিৰোধ কৰাত শাসকসকল একপ্ৰকাৰ বিফল হৈছিল বুলিয়ে কব পাৰি। সৰ্বসাধাৰণ লোকে হতাশা, ভয় আৰু অনিশ্চয়তাৰ মাজত দিন কটাব লগা হৈছিল। আন্দোলনৰ নেতাসকলৰ আকোৰগোজ মনোভাব, চৰকাৰ আৰু তেওঁলোকৰ মাজত অসম সমস্যা সমাধানৰ অৰ্থে হব লগা আলোচনাৰ মাজত হেঙাৰৰূপে থিয় হল। আলোচনা হৈছিল যদিও সিও ব্যৰ্থ হ'ল। এই ব্যৰ্থতাৰ অবধাৰিত ফলস্বৰূপে ৰত্নগৰ্ভা অসম অগ্নিগৰ্ভালৈ পৰিবৰ্তিত হল।

ইতিমধ্যে ৰাষ্ট্ৰপতিৰ শাসনৰ ম্যাদ পাৰ হওঁ হওঁ। অসম পুনৰ সাংবিধানিক সংকটৰ সন্মুখীন হ'ল। উপায়হীন হৈ কেন্দ্ৰীয় চৰকাৰে প্ৰত্যেক বিধান সভা সমষ্টিত ভোটাৰ সকলৰ অৱস্থিতি নিৰ্দ্ধাৰণ কৰিবলৈ ট্ৰিবুনেল গঠন কৰিবলৈও পৰামৰ্শ আগবঢ়ালে। কিন্তু, আন্দোলনৰ নেতাসকল ৰাজ্যখনৰ সাংবিধানিক সংকটৰ বিষয়ে উপলব্ধি কৰিবলৈ অকণো ৰত্নপৰ নহ'ল। ফলস্বৰূপে দুয়োপক্ষৰ মাজত বুজাপৰা হোৱাটো সম্ভৱপৰ হৈ নুঠিল। নিৰ্বাচন হলে ৰক্তপাত হোৱাৰ সম্ভাৱনা থকা স্বত্বেও সাংবিধানিক সংকটৰ পৰিপ্ৰেক্ষিতত নিৰ্বাচনী আয়োগে অসমত নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত নিৰ্বাচন পতাৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। ছাত্ৰসন্থাই নিৰ্বাচন বৰ্জন কৰিবলৈ অসমৰ ৰাইজলৈ আহ্বান জনালে। অনিশ্চয়তাৰ মাজত সৰ্বভাৰতীয় বিৰোধীদল-জনতা, লোকদল আৰু ভাৰতীয় জনতা পাৰ্টিয়ে নিৰ্বাচন বৰ্জনৰ সিদ্ধান্ত ললে। আনহাতে কংগ্ৰেছ (ই) কে ধৰি চি. পি. আই, আৰ, চি. পি. আই আৰু কংগ্ৰেছ (এছ) আদি কেইবাটাও সৰ্বভাৰতীয় দলে নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ সিদ্ধান্ত ঘোষণা কৰিলে। ভৈয়াম জনজাতীয় পৰিষদেও নিৰ্বাচন পতাৰ সপক্ষে মত প্ৰকাশ কৰিলে। সৃষ্টি হ'ল দুটা শিবিৰৰ—এফালে নিৰ্বাচন, আনফালে বৰ্জন। ভোটাৰো বিভক্ত হ'ল দুটা শিবিৰত—সপক্ষে আৰু বিপক্ষে। অৱশেষত ১৯৮৩ চনৰ জানুৱাৰী মাহত ৰাজ্যখনত নিৰ্বাচন অনুষ্ঠিত হ'ল। তিনিটা প্ৰধান ৰাজনৈতিক দলৰ সমৰ্থনত আন্দোলনকাৰীসকল সেই সময়ত অধিক সক্ৰিয় হৈ পৰিছিল। অশেষ চেষ্টা কৰিও তেওঁলোক অসমত নিৰ্বাচন প্ৰতিৰোধত সম্পূৰ্ণভাৱে সমৰ্থ নহ'ল। জীৱনৰ ভাবুকি পৰ্যন্ত নেওচি ৬০০ জনৰো অধিক প্ৰাৰ্থীয়ে এই নিৰ্বাচনত মনোনয়ন পত্ৰ দাখিল কৰিলে। পৰিস্থিতিৰ অধিক অৱনতি ঘটিল। আৰম্ভ হ'ল ৰাষ্টা-পদুলি ঘৰ-দুৱাৰ, দলং আদি ধ্বংসকাৰ্য। ঘটনাই মোৰ সলালে। বিভিন্ন ধৰ্মীয় আৰু ভাষিক সম্প্ৰদায়ৰ মাজত থকা এনাজৰীৰ বান্ধ ঢিলা হ'ল। চিন্তি যোৱাৰো উপক্ৰম হ'ল। সকলোৰে দৃষ্টিত ভয়। মনত সংশয়। সন্ত্ৰাসবাদৰ বিভীষিকাই অসমৰ জনজীৱন গ্ৰাস কৰিলে। এফালে যাতায়াতৰ ব্যৱস্থা ব্যাহত। আৰু

আনফালে প্ৰাণৰ সংশয়। ফলস্বৰূপে বহু সংখ্যক ভোটাৰে নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰিবলৈ অপাৰগ হ'ল। লুইতৰ পানী তেজেৰে ৰাঙলী হ'ল। তথাপিও নিৰ্বাচন অনুষ্ঠিত হ'ল। এই নিৰ্বাচনত ২৩ শতাংশৰ পৰা ৬২ শতাংশৰ ভিতৰত ভোট্দাতাই ভোটদান কৰিলে। কোনো কোনো ভোটকেন্দ্ৰত শতকৰা ৮০ ভাগলৈকে ভোটদান হ'ল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৪৫ টা সমষ্টিৰ ৪৪ টা সমষ্টিতে মাথোন ৩০ শতাংশতকৈও কমলোকে ভোটদান কৰিছিল। কামৰূপ জিলাৰ কেইবাটাও সমষ্টিত ভোটদাতাৰ সংখ্যা আছিল নিচেই সামান্য। ধৰ্মপুৰ সমষ্টিটোত মাত্ৰ শতকৰা ১ ভাগতকৈও কমহে ভোটদান হ'ল। নিৰ্বাচনৰ সময়ত ভোটদাতা সকলৰ বহুলোক সন্ত্ৰাসৰ বলি হ'ল। প্ৰায় তিনিহাজাৰ লোকৰ মৃত্যু আৰু কমেও তিনলাখ লোক গৃহহীন হ'ল। নেলী, গহপুৰ আৰু খৈৰাবাৰীত অমানুষিক হত্যাকাণ্ড আন্তৰ্জাতিক পৰ্যায়ত সমালোচিত হ'ল। হাজাৰ-বিজাৰ শিশুৰ প্ৰাণ নাশ হ'ল, হাজাৰ হাজাৰ শিশু পিতৃ-মাতৃহাৰা হ'ল, প্ৰায় ১৫০০ ৰো অধিক দলং নষ্ট হ'ল। ব্ৰহ্মপুত্ৰ উপত্যকাত আন্দোলনৰ নামত সমাজবিৰোধী আৰু সন্ত্ৰাসবাদীহঁতে সাম্প্ৰদায়িক সংঘৰ্ষৰো সৃষ্টি কৰিলে। সংখ্যালঘুসকল শংকিত হ'ল।

এনে এক অগ্নিময় পৰিস্থিতিৰ মাজতেই নিৰ্বাচন হৈ গ'ল। কংগ্ৰেছ (ই) দলে নিৰ্বাচনত সংখ্যাগৰিষ্ঠতা লাভ কৰিলে। বিনা বাধাই—অনায়াসে। বিৰোধী দলে আঙুলিৰ মূৰত লেখিব পৰাকৈ কেইখন মানহে মাত্ৰ আসন লাভ কৰিলে; তাকো অ'ত ত'ত।

১৯৮৩ ৰ এই নিৰ্বাচনত পুনৰ নাজিৰা সমষ্টিৰ পৰা নিৰ্বাচিত হৈ আহিল হিতেশ্বৰ শইকীয়া কংগ্ৰেছ (ই) ৰ প্ৰাৰ্থীৰূপে। বিপুল ভোটত। নিৰ্বাচনৰ ফলাফল ঘোষণা হোৱাৰ পিছত কংগ্ৰেছ (ই) ৰ বিধায়ক সকল দিশপুৰৰ বিশেষ কক্ষত মিলিত হ'ল। তেওঁলোকৰ নেতা নিৰ্বাচন কৰিবলৈ। সেই সময়ত অসম প্ৰদেশ কংগ্ৰেছ (ই) কমিটীৰ সভাপতি হৰেন্দ্ৰ নাথ তালুকদাৰ নেতা নিৰ্বাচিত হোৱাটো এক প্ৰকাৰ খাটাং হৈ আছিল। কিন্তু নিখিল ভাৰত কংগ্ৰেছৰ কেন্দ্ৰীয় পৰ্যবেক্ষক আৰু পিছত অসম মেঘালয়ৰ ৰাজ্যপাল ভীষ্মনাৰায়ণ সিঙে ব্যক্তিগত ভাবে বিধায়ক সকলৰ লগত আলোচনা কৰি সভাত ঘোষণা কৰিলে যে ত.লুকদাৰে নতুন নেতাজনৰ নাম প্ৰস্তাৱ কৰিব আৰু আগৰ মুখ্যমন্ত্ৰী আনোৱাৰা টাইমুৰে সেই প্ৰস্তাৱ সমৰ্থন কৰিব। বুজিবলৈ কাৰো বাকী নাথাকিল সেই নেতাজন কোন হ'ব। হিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী নিৰ্বাচিত হ'ল। অপ্ৰত্যাশিতভাৱে।

## মুখ্যমন্ত্ৰী শইকীয়া (১৯৮৩-৮৫)

দেওবাৰ। '৮৩ ৰ ফেব্ৰুৱাৰী। ২৭ তাৰিখ। অসম প্ৰদেশ কংগ্ৰেছ (ই) বিধায়ক দলৰ নেতা হিতেশ্বৰ শইকীয়াই অসমৰ মুখ্যমন্ত্ৰীৰূপে শপত গ্ৰহণ কৰিলে।

লগে লগে সুদীৰ্ঘ এবছৰীয়া ৰাষ্ট্ৰপতিৰ শাসনৰ ওৰ পৰিল। সেইদিনা সদৌ অসম ছাত্ৰসন্থাই নিষ্প্ৰদীপৰ আহ্বান দিলে। সেই কাল-সন্ধিয়াৰ মাজতে সুৰক্ষিত ৰাজভৱনত শান্তি কঢ়িয়াই অনাৰ প্ৰতিশ্ৰুতিৰে শইকীয়াই মন্ত্ৰীসকলৰ লগত শপত গ্ৰহণ কৰিলে। দীৰ্ঘদিনীয়া সন্ত্ৰাস আৰু দুখ-দুৰ্দশাৰ অন্ত হ'ব বুলি জনসাধাৰণ আশ্বস্ত হ'ল। কিন্তু তীব্ৰ উত্তেজনা আৰু সন্ত্ৰাসৰ জানো ওৰ পৰিল?

শইকীয়াই মুখ্যমন্ত্ৰীৰ কাৰ্যভাৰ লোৱাৰ সময়ত অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিস্থিতি অতি জটিল। নিৰপৰাধ বহু সন্তানৰ ক্ৰন্দন ধ্বনি নিনাদিত হৈছিল অসমৰ আকাশে বতাহে। সন্তানৰ শোণিতৰ চেকুৰাৰে ৰক্তিম হৈছিল অসমৰ সেউজী পথাৰ, শুভ্ৰ জলৰাশি। বিভিন্ন জনগোষ্ঠীৰ মাজত থকা বন্ধুত্বপূৰ্ণ মনোভাবৰ পৰিবৰ্তে ৰোপণ হৈছিল অবিশ্বাসৰ বীজ। হৈছিল সামাজিক স্খলন। এই অস্বাভাৱিক পৰিস্থিতিত শইকীয়াই দৃঢ়তাৰে,সকলো সমস্যা মুখপাতি ল'লে। আন্দোলনৰ নেতৃবৃন্দই শইকীয়াক আনকি আখ্যা দিলে অবৈধ মুখ্যমন্ত্ৰী বুলি। ইয়াৰ কাৰণ তেওঁলোকৰ মতে শইকীয়াৰ চৰকাৰ নিৰ্বাচিত হৈছে ভোটাৰ তালিকা সংশোধন নোহোৱাকৈয়ে। আনকি সৰ্বসাধাৰণ ৰাইজক শইকীয়া চৰকাৰৰ লগত কোনো যোগসূত্ৰ স্থাপন নকৰিবলৈও সকিয়াই দিয়া হ'ল। এনে প্ৰতিকূল পৰিস্থিতিত শইকীয়া হ'ল এক কঠিন প্ৰত্যাহ্বানৰ সন্মুখীন। কোৱা নিষ্প্ৰয়োজন যে যিখন ভোটাৰ তালিকাৰে নিৰ্বাচিত শইকীয়া চৰকাৰ অবৈধ (?) বুলি ঘোষণা কৰা হৈছিল, সেইখন ভোটাৰ তালিকা সংশোধন নকৰাকৈয়ে ১৯৮৫ চনত আন এখন চৰকাৰ অসমত বৈধভাৱেই গঠন কৰা হৈছিল।

জনতা ভৱনত প্ৰৱেশ কৰিয়েই মুখ্যমন্ত্ৰী শইকীয়াই অসমৰ ৰাইজলৈ এটা অনাতাঁৰ বাণী পঠিয়ালে। এই বাণীত তেওঁ প্ৰথমতে আশ্ৰয় শিবিৰ সমূহত থকা দুৰ্গত লোকসকলক নিৰাপত্তা দি নিজৰ নিজৰ ঘৰলৈ ঘূৰাই অনাৰ আশ্বাস দিলে।

শইকীয়াই সতীৰ্থ সকলক নিজ নিজ এলেকালৈ গৈ শান্তি সম্প্ৰীতিৰ ভাব সৃষ্টি কৰিবলৈ আৰু গোটেই পৰিস্থিতি অধ্যয়ন কৰি দুৰ্গত সকলৰ প্ৰয়োজনীয় সাহায্যৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰিবলৈও লগতে নিৰ্দেশ দিলে। এজন সাংবাদিকৰ এক প্ৰশ্নৰ উত্তৰত মুখ্যমন্ত্ৰী শইকীয়াই কৈছিল—

"অসমৰ আটাইতকৈ দুৰ্যোগৰ সময়তেই মই মুখ্যমন্ত্ৰীত্ব ল'ব লগা হ'ল। আমি যিদিনা শপত গ্ৰহণ কৰোঁ সেইদিনাও ৰাজ্যখনৰ ঠায়ে ঠায়ে পতা আশ্ৰয় শিবিৰত কেবা লাখো হতভগীয়া মানুহে চকুৰ পানী টুকি আছিল। আত্মীয়স্বজন, ঘৰবাৰী, সা-সম্পত্তি হেৰুৱাই সেইদিনাও হাজাৰ হাজাৰ মানুহ প্ৰাণ ৰক্ষাৰ বাবে আশ্ৰয় শিবিৰ সমূহলৈ আহিয়ে আছিল। দুবৃত্তৰ দলবোৰে তেতিয়াও গাঁৱে-ভূঁঞে অমানুষিক অত্যাচাৰ চলাই দপদপাই ফুৰিছিল। দুবৃত্তইঁতৰ এই

কাৰ্যকলাপৰ ফলত আমাৰ যাউতি-যুগীয়া শান্তি সম্প্ৰীতি আৰু সমন্বয়ৰ আদৰ্শ হিংসাৰ জুইত পুৰি প্ৰায় ছাৰখাৰ হবলৈ ধৰিছিল। ঘৰবাৰী জ্বলিছিল, দলং জ্বলিছিল, স্কুল ঘৰ জ্বলিছিল— মুঠতে মানুহৰ স্বাভাৱিক জীৱন হৈ পৰিছিল নিৰাপত্তাবিহীন। নানা ধৰণৰ অশুভ ঘটনাই আমাৰ ৰাজ্যখনক চাৰিওফালৰ পৰা আগুৰি ধৰিছিল...।

আমাৰ দলীয় সভাত মোক দলপতি নিৰ্বাচন কৰাৰ সময়ৰ পৰাই মই উপলব্ধি কৰিছিলো যেন ৰাজ্যখনত জ্বলি উঠা হিংসা প্ৰতিহিংসাৰ জুইকুৰা নুমুৱাই অসমক নতুনকৈ গঢ়াৰ গুৰু দায়িত্ব মোক দিয়া হৈছে...।

গণতান্ত্ৰিক আৰু সাংবিধানিক উপায়েৰে অসমত সুস্থ আৰু স্বাভাৱিক পৰিস্থিতি ঘূৰাই আনিব নোৱাৰাৰ কোনো কাৰণ মই দেখা নাই। ইতিমধ্যে আমি হাতত লোৱা প্ৰচেষ্টাই কিছু পৰিমাণে সফলতা লাভ কৰিছে বুলিহে মই ক'ব খোঁজো। আগতে এনে ধৰণৰ দুৰ্যোগক ৰাইজৰ চেতনা আৰু শুভ বুদ্ধিয়েই বাধা দিছিল। এতিয়াও তেনে চেতনাইহে অসমক ৰক্ষা কৰিব। তেনে চেতনা আৰু শুভবুদ্ধি জগাই তুলিবলৈকে আমি যত্ন কৰি আহিছো আৰু তাৰ প্ৰতি সহাঁৰি নোপোৱাকৈ থকা নাই"।

মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াক সেই একেজন সাংবাদিকেই এনে এটা জটিল প্ৰশ্ন সুধিছিল : "কিছুলোকে কয় যে আপুনি প্ৰকৃততে এখন অবৈধ মন্ত্ৰীসভাৰ নায়ক, কাৰণ আপোনালোকে নিৰ্বাচক মণ্ডলীৰ এক সামান্য অংশৰ ভোটৰ বলতহে ক্ষমতালৈ আহিল। এই সম্পৰ্কে আপোনাৰ মতামত কি?"

উত্তৰত মুখ্যমন্ত্ৰীয়ে নিজৰ যুক্তি দাঙি ধৰি কৈছিল : "মই জনাত শতকৰা কিমানজন ভোটদাতাই ভোট দিলে নিৰ্বাচন বৈধ হয় তেনে কোনো বিধান সংবিধানত নাই। আগতেও আমাৰ দেশত মুঠ ভোটদাতাৰ আধাতকৈও কম ভোটদাতাই ভোট দি নিৰ্বাচন অনুষ্ঠিত কৰাৰ উদাহৰণ আছে। কিন্তু তেনে নিৰ্বাচনক কোনেও অবৈধ বোলা নাছিল। অসমত এইবাৰ নিৰ্বাচনত শতকৰা ৩২ জনে ভোট দিলে। তেনে ক্ষেত্ৰত যোৱা নিৰ্বাচনক কোন বিধিমতে অবৈধ বোলা হৈছে মই বুজি পোৱা নাই।

নিৰ্বাচনত ভোটদানৰ সংখ্যা কম হোৱা বুলি নিৰ্বাচনক অবৈধ আখ্যা দিয়া বিবৃতিবোৰ দেখি মোৰ আন এটা ঘটনালৈহে মনত পৰিছে। এবাৰ এজন যুৱকে কিবা কাৰণত দেউতাক-মাক দুয়োকে দাৰে ঘপিয়াই হত্যা কৰে আৰু পাছত আদালতত হাকিমৰ ওচৰত প্ৰাৰ্থনা কৰিলে যে তেওঁ পিতৃ-মাতৃহীন অনাথ সন্তান, সংসাৰত কেও কিছু নাই, গতিকে আদালতে দয়া কৰিব লাগে। অসমৰ যোৱা নিৰ্বাচনত ভোটদানৰ হাৰ কমিল আন্দোলনকাৰীসকলে আন্দোলনৰ নামত জোৰ-জুলুম কৰি নানা ধৰণৰ ভয় দেখুৱাই বহুতো ভোটদাতাক বাধা

দিয়াৰ কাৰণেহে। নহলে ভোটদানৰ সংখ্যা বহুত বাঢ়িলহেঁতেন। যিসকলে মাৰ-ধৰ জোৰ-জুলুম, বাট-পথ, দলং আদি জ্বলোৱাকে ধৰি নানা ছল-চক্ৰান্ত কৰি বহুতো ভোটদাতাক ভোট দিয়াত বাধা দিলে, সেই সকলেই এতিয়া ভোটদান কম হোৱাৰ দোহাই দি বিধান সভা আৰু মন্ত্ৰীসভাক অবৈধ বুলি কৈছে। ই বৰ আমোদজনক কথা। আনহাতে কিছুমান দলে আকৌ নিৰ্বাচনত জিকিব নোৱাৰি বিধান সভা আৰু মন্ত্ৰীসভাক অবৈধ বুলিছে, সিও কম আমোদজনক কথা নহয়।"

ইফালে ব্যাপক হাৰত হৈ থকা বন্ধ, কাৰফিউ, সত্যাগ্ৰহ আদিৰ ফলত সেইসময়ত ৰাজ্যখনত উন্নয়নমূলক কাম-কাজৰ গতি মন্থৰ হৈ পৰিছিল। উদ্যোগসমূহো বেয়াকৈ ক্ষতিগ্ৰস্ত হৈছিল।"ফলস্বৰূপে অসমৰ ৰাজকোষ দেৱলীয়া হৈছিল। ৰিজাৰ্ভ বেংকৰ ওচৰত অসম চৰকাৰৰ অভাৰড্ৰাফ্‌ট্ আছিল ৩২ কোটি টকাৰ। প্ৰায় প্ৰশাসনিক আৰু ৰাজনৈতিক অস্থিৰতাত পংগু হৈ পৰা অসমৰ অৰ্থনীতি পুনৰ সঞ্জীৱিত কৰিবলৈ যোবাটো অসম্ভৱ যেন লাগিলেও শইকীয়াৰ দূৰদৰ্শিতা আৰু দৃঢ়তাই সকলো সম্ভৱ কৰি তুলিলে। অসমৰ ৰাজ্যপালে নতুন মন্ত্ৰীসভাৰ উদ্দেশ্যে দিয়া বক্তৃতাৰ পৰাই সেই সময়ৰ ৰাজ্যখনৰ অৱস্থা ভালকৈ অনুমান কৰিব পাৰি। ৰাজ্যপালে কৈছিল—"১৯৮৩ চনৰ ৪ আৰু ৫ তাৰিখে নতুন দিল্লীত অনুষ্ঠিত হোৱা ত্ৰিপাক্ষিক আলোচনা অমীমাংসিত হৈ ৰোৱাত আৰু নিৰ্বাচন ঘোষণা কৰাত ৰাজ্যখনত আন্দোলন তীব্ৰ হৈ পৰিল। ইয়াৰ ফলস্বৰূপে দলং ভস্মীভূত কৰা, ৰেল লাইন উঠাই দিয়া, সংযোগ ব্যৱস্থা প্ৰতিহত কৰা, ৰাজহুৱা গৃহ সা-সম্পত্তিত অগ্নিসংযোগ কৰা আদি ধ্বংসাত্মক কাৰ্য সংঘটিত হ'ল। বৰ্তমান এই সংঘৰ্ষত ৰাজ্যখনত বহুলোকৰ বিস্তৰ ক্ষতি হ'ল আৰু প্ৰাণহানি হ'ল। চাৰিওফালে তিক্ততা, সন্দেহ আৰু অবিশ্বাসৰ বাতাবৰণত বিভিন্ন জাতি আৰু দলসমূহৰ মাজত ঐক্যৰ বান্ধোন চিঙি গ'ল। সকলোৰে মনত বিশেষকৈ ভাষিক আৰু ধৰ্মীয় গোষ্ঠীৰ সংখ্যালঘু লোকৰ মাজত ভয়ৰ ভাৱ বাঢ়ি আহিছে। ৰাজ্যখনৰ বিভিন্ন ঠাইত দলীয় সংঘৰ্ষ সংঘটিত হৈছে। সংযোগ ব্যৱস্থা ব্যাহত হোৱাৰ ফলত বহু দুৰ্গম অঞ্চলৰ পৰা ঠিক সময়ত খবৰ বাতৰি প্ৰেৰণ কৰিব নোৱাৰা হ'ল, ফলত এনেধৰণৰ দলীয় সংঘৰ্ষ ৰোধ কৰিবলৈ আৰক্ষী বাহিনী আনকি কোনো কোনো ঠাইত উপস্থিত হ'বলৈও অক্ষম হ'ল....।"

এনে পৰিস্থিতিত শইকীয়াৰ সন্মুখত প্ৰথম কাম হ'ল দুৰ্গত সকলক সাহায্য দিয়া আৰু নিৰাপত্তা প্ৰদান কৰা। তেওঁ মুখ্যমন্ত্ৰী হোৱা সময়ত অসমৰ বিভিন্ন অঞ্চলৰ ২৫০ টা আশ্ৰয় শিবিৰত ৩,১০,৭৩২ জন লোক আশ্ৰিত হৈ আছিল। এই দুৰ্গত লোক সকলৰ পুনৰ সংস্থাপনৰ অৰ্থে শইকীয়াই প্ৰশাসন যন্ত্ৰটো

নকৈ সজালে। 'সাহায্য আৰু পুনৰ সংস্থাপন' নামৰ এটা নতুন দপ্তৰ খুলি এজন পূৰ্ণ পৰ্যায়ৰ মন্ত্ৰীৰ হাতত এই দায়িত্ব অৰ্পণ কৰিলে। সেই সময়ত তেওঁ নিজেও সাহায্য আৰু পুনৰ সংস্থাপনং কাৰ্য তদাৰক কৰিছিল। আশ্ৰয় শিবিৰৰ প্ৰয়োজনীয় খাদ্য-সম্ভাৰ, কাপোৰ-কানি, ঔষধ আদিৰ লগতে চিকিৎসকো নিয়োগ কৰা হ'ল। তেওঁ আশ্ৰিত লোক সকলক নিজে নিৰাপত্তাৰ আশ্বাস দিলে। সেইমতে যুদ্ধকালীন ক্ষিপ্ৰতাৰে মাত্ৰ তিনিমাহৰ ভিতৰত তিনি লাখৰো অধিক লোকক গৃহ নিৰ্মাণৰ কাৰণে আৰ্থিক সাহায্য আহিলা-পাতি আৰু খাদ্যসামগ্ৰীৰ যোগান ধৰি পুনৰ সংস্থাপন কৰিলে। খেতিৰ বীজ, সাৰ আদিৰ যোগান ধৰি নতুন জীৱন আৰম্ভ কৰিবৰ কাৰণে সকলো সুবিধা প্ৰদান কৰিবলৈও যত্ন কৰা হ'ল। লাহে লাহে ৰাজ্যখনৰ অস্থিৰ পৰিবেশ সহজ আৰু শান্ত হৈ পৰিল। মৃত্যুৰ সংখ্যা ক্ৰমে হ্ৰাস পাবলৈ ধৰিলে। ১৯৮৩ ৰ ফেব্ৰুৱাৰী মাহত অসমত মৃত্যুৰ সংখ্যা আছিল ২৭৪৪ জন, মাৰ্চ মাহত ইয়াৰ সংখ্যা হয় ১৯৬ জন, এপ্ৰিলত ৮৪ জন, মে'ত ২৬ জন আৰু জুন মাহত ইয়াৰ সংখ্যা ৫ জনলৈ হ্ৰাস পায়। ৰাজ্যখনত বোমা বিস্ফোৰণ, গৃহদাহ, অগ্নিসংযোগ আদি আগতকৈ কমি অহাত উত্তেজনাৰ উপশম হৈ এটা সুস্থ বাতাবৰণ সৃষ্টি হোৱাৰ সংকেত পোৱা গ'ল।

শইকীয়াই আনকি হিংসাত্মক ঘটনাত পিতৃমাতৃহীন হোৱা শিশু সকলৰ প্ৰতিপালন কৰিবলৈ ভকতপাৰা, হোজাই আৰু গহপুৰত অনাথ আশ্ৰম খোলাৰ ব্যৱস্থা কৰিলে। সেইসময়তে কেইবাখনো শিশু গ্ৰামো স্থাপন কৰা হয়। বহু দুৰ্ভগীয়া শিশুৱে আশ্ৰয় লাভ কৰিলে। এই কাৰ্যই শইকীয়াক দুৰ্বল, দুখীয়া আৰু নিৰ্যাতিত লোকৰ বন্ধুৰূপে সকলোৰে মাজত পৰিচিত কৰিলে।

সময় বাগৰিল। তথাকথিত অবৈধ মুখ্যমন্ত্ৰী শইকীয়াক দেখা কৰিবলৈ জনতা ভৱনলৈ জনস্ৰোত ববলৈ ধৰিলে। ইফালে ৰাজ্যখনৰ আইন শৃঙ্খলা নিয়ন্ত্ৰণ কৰিবলৈ মুখ্যমন্ত্ৰী শইকীয়াই কেইটামান গুৰুত্বপূৰ্ণ ব্যৱস্থা হাতত ললে। হিংসাত্মক ঘটনাৰ পুনৰাবৃত্তি নহবলৈ নতুনকৈ ৩৮ খন পুলিচ থানা আৰু ৩৮ টা পুলিচ 'আউট পোষ্ট' স্থাপন কৰা হ'ল। উপদ্ৰুত অঞ্চল সমূহত ২৮৩ টা সশস্ত্ৰ পুলিচ চকীৰ ব্যৱস্থা কৰা হ'ল। দুই তিনিখন জিলাক লৈ একোটা পুলিচ প্ৰশাসনীয় গোট কৰি আইন শৃংখলাৰ সকলো দায়িত্ব এজন আৰক্ষী মহাপৰিদৰ্শকৰ দায়িত্বত দিয়া হ'ল। ১৯৮৩ চনৰ ২ মাৰ্চ তাৰিখে অসমৰ কিছুমান অঞ্চলক '১৯৫৫ চনৰ অসম অশান্ত অঞ্চল' আইনৰ অধীনত অশান্ত অঞ্চল বুলিও ঘোষণা কৰা হয়। এই অঞ্চলসমূহত আইন শৃঙ্খলা পৰিস্থিতিৰ অৱনতি নহবলৈ আৰক্ষী বাহিনীক অধিক ক্ষমতা প্ৰদান কৰাৰ ব্যৱস্থাও কৰা হ'ল। এই সময়ছোৱাতে শান্তি ৰক্ষাৰ কামত ব্যৱহাৰ কৰাৰ উদ্দেশ্যে ৪ টা শান্তিৰক্ষী বাহিনীও গঠন

কৰা হয়। পুলিচ বাহিনীক পুনৰ সংগঠনৰ বাবে পৰামৰ্শ দিবলৈ 'পুলিচ আয়োগ' গঠন কৰা হ'ল। আন্দোলনৰ সময়ত ভস্মীভূত হোৱা ১৫ শৰো অধিক দলঙৰ পুনৰ নিৰ্মাণ আৰু মেৰামতি কাৰ্য অতি তৎপৰতাৰে সমাপ্ত কৰা হ'ল।

বিভিন্ন বাতৰি কাকত আৰু আলোচনী কাকতত শইকীয়াৰ ৰাজনৈতিক আৰু প্ৰশাসনিক দক্ষতাৰ বিষয়ে সাংবাদিক আৰু বুদ্ধিজীৱী সকলৰ মন্তব্য প্ৰকাশ পাবলৈ ধৰিলে। শইকীয়াক ভূয়সী প্ৰশংসাও কৰা হল।

হিন্দুস্থান টাইমছ্ কাকতত (১৭ জুলাই, ১৯৮৩) শইকীয়া সম্পৰ্কে এনেদৰে মন্তব্য কৰিছিল—

"ৰাজ্যখনৰ বিশৃঙ্খল পৰিস্থিতিৰ মাজত নিজৰ কাৰ্য সুকলমে সম্পাদন কৰিব পৰা এজন মুখ্যমন্ত্ৰী পোৱাটো অসমৰ কাৰণে সচাঁকৈয়ে সৌভাগ্যৰ বিষয়। হিতেশ্বৰ শইকীয়াই এতিয়া বাইজক এই কথা প্ৰমাণ কৰি দেখুৱালে যে তেওঁৰ অগ্ৰজ সকলতকৈ তেওঁ নিজে বেছি সক্ৰিয় আৰু দৃঢ়প্ৰতিজ্ঞ। শইকীয়াৰ এই সফলতাৰ কাৰণ মাত্ৰ গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱেই নহয়, নিজৰ কৰ্মপটুতাৰ বাবেহে অতি কমসময়ৰ ভিতৰতে শইকীয়াই কেন্দ্ৰীয় চৰকাৰৰ লগত সকলো ধৰণৰ যোগাযোগ স্থাপন কৰিব পাৰিলে।"

বহু বাধাৰ মাজত কৃতকাৰ্যতা লাভ কৰি আগুৱাই যাব পৰা এজন মুখ্যমন্ত্ৰী পোৱাটো অসমৰ বাবে সচাঁকৈয়ে সৌভাগ্যৰ কথা। হিতেশ্বৰ শইকীয়া সফল মুখ্যমন্ত্ৰী বুলি সাত শত্ৰুৱেও স্বীকাৰ নকৰি নোৱাৰে।

'ইণ্ডিয়া টু-ডে'ৰ (৩১ মাৰ্চ, ১৯৮৩ চন) বিশেষ প্ৰতিবেদনত শইকীয়াৰ কৃতকাৰ্যতাৰ বিষয়ে প্ৰকাশ পোৱা এক মন্তব্য এইখিনিতে প্ৰণিধানযোগ্য—

"হিতেশ্বৰ শইকীয়াই বৰ্তমান বহু অসম্ভৱ কাৰ্য সম্ভৱ কৰিবলগীয়া হৈছে, সেইসমূহৰ ভিতৰত প্ৰধানকৈ ছিন্ন-ভিন্ন হৈ পৰা অসমৰ সামাজিক গাঠনিৰ পুনৰ জোৰা লগোৱা, আন্দোলনকাৰী সকলক আলোচনাৰ মেজলৈ অনাৰ উপায় উলিওৱা, ৰাজ্যৰ বিশৃংখল আইন পৰিস্থিতি নিয়ন্ত্ৰণাধীন কৰা, সাম্প্ৰদায়িক তথা জাতি গোষ্ঠীগত সংঘৰ্ষ প্ৰতিৰোধ কৰা আৰু কমপক্ষেও চাৰিলাখ লোকক সাহায্য প্ৰদান কৰা।"

অসম ট্ৰিবিউনৰ (২০ জুন, ১৯৮৩) সম্পাদকীয়ত শইকীয়া চৰকাৰৰ কাৰ্য এনেদৰে প্ৰশংসা কৰা হৈছিল—

"অশান্তিত সৰ্বহাৰা সকলক সম্পূৰ্ণ আৰু সাৰ্থক সংস্থাপনেই বৰ্তমান প্ৰধান আৰু জৰুৰী কাম।" আশ্ৰয় শিবিৰবোৰ যেনেদৰে তাত থকা লোকসকলে ত্যাগ কৰিছে, সেইবোৰলৈ চাই কাম কাজবোৰ সুন্দৰ আৰু সন্তোষজনকভাৱে হোৱা যেন লাগে। শেহতীয়া চৰকাৰী হিচাপমতে ৩ লাখ লোকে আশ্ৰয় শিবিৰ

ত্যাগ কৰিছে আৰু বাকী দহহেজাৰ লোকেও সোনকালে শিবিৰ এৰাৰ আশা আছে। সচাঁকৈয়ে ই এক প্ৰশংসনীয় অভিলেখ।"

আনন্দবাজাৰ পত্ৰিকাই (১৩ জুলাই, ১৯৮৩ চন) শইকীয়াৰ ভূয়সী প্ৰশংসা কৰি এনেদৰে লিখিছিল—

"শাসনৰ বাঘজৰীদাল তেওঁ ভালদৰেই টানি ধৰিছে আৰু ই তেওঁৰ আত্মপ্ৰত্যয় বঢ়াইছে। দেশৰ পৰিস্থিতি তেওঁ অতি সাৱধানেৰে নিজৰ আয়ত্বলৈ আনিবলৈ সক্ষম হৈছে। কৰ্তব্য সম্পাদনত তেওঁৰ নিপুণতা আৰু বিচক্ষণতাই তেওঁক খ্যাতিমন্ত কৰি তুলিছে।"

ব্লিট্‌জ কাকতত (৬ আগষ্ট, ১৯৮৩) অসমৰ সেইসময়ৰ পৰিস্থিতিৰ উন্নতি সম্পৰ্কে এনেদৰে মন্তব্য কৰা হৈছিল—

"উত্তেজনা আৰু ভয় মানুহৰ মনৰ পৰা আঁতৰি গৈছে। ৰেল বাছ আদি ঠিকমতে চলিছে। চৰকাৰী কাৰ্যালয়সমূহত নিয়ম মতে কাম-কাজ চলিছে, হাট-বজাৰ, শিক্ষানুষ্ঠান সমূহৰ পৰিবেশ স্বাভাবিক হৈছে।"

মুখ্যমন্ত্ৰী শইকীয়াই কমসময়তে ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ সক্ষম হৈছিল। আন্দোলনত বন্ধ হৈ থকা শিক্ষানুষ্ঠানসমূহলৈ শিক্ষাৰ পৰিবেশ ঘূৰি আহিছিল, পৰীক্ষাসমূহ নিয়মিতভাবে সম্পন্ন হৈছিল আৰু হাট-বজাৰত মানুহ নিৰ্ভয়ে ফুৰিব পৰা হৈছিল। অসমত স্বাভাৱিক অৱস্থা ঘূৰি অহাৰ লগে লগে শইকীয়াই ৰাজ্যখনৰ আৰ্থিক উন্নয়নৰ কাৰণে মনোনিবেশ কৰিলে। সেইসময়ত ৰাজ্যখনৰ আৰ্থিক উন্নয়ন প্ৰায় স্থবিৰ হৈ পৰিছিল। চৰকাৰী প্ৰশাসনযন্ত্ৰ সততে আইন শৃঙ্খলাৰ কামত ব্যস্ত হৈ থাকিব লগা হোৱাত গঠনমূলক কামত মনোনিবেশ কৰিবলৈ সময় তেনেই কম পাইছিল। ধ্বংস হোৱা ৰাষ্টা পদুলি, দলং আদি মেৰামতি আৰু নতুনকৈ নিৰ্মাণ, গৃহহীন লোকৰ পুনৰ সংস্থাপন আদি কৰোঁতে যথেষ্ট ধন প্ৰয়োজন হোৱাত ৰাজ্যখনৰ অৰ্থনীতি বিপন্ন হৈ পৰিল। শইকীয়া ক্ষমতালৈ অহাৰ তিনিমাহৰ ভিতৰতে ১৫৯৫ খন ধ্বংসপ্ৰাপ্ত হোৱা দলং নতুনকৈ সাজি উলিয়াই ৰাজ্যৰ বিচ্ছিন্ন হৈ পৰা অঞ্চলসমূহৰ মাজত পুনৰ সংযোগ ব্যবস্থা স্থাপন কৰিবলৈও শইকীয়া সক্ষম হ'ল।

শইকীয়াৰ ৰাজনৈতিক বিচক্ষণতাৰ প্ৰমাণ তেওঁৰ চৰকাৰৰ মাত্ৰ দুবছৰীয়া কালত ৰাজ্যখনত হোৱা উন্নয়নমূলক কাৰ্যসমূহৰ দ্বাৰা নিৰ্ণয় কৰিব পৰা যায়। সুদক্ষ ৰাজনীতিবিদ শইকীয়াই প্ৰশাসনযন্ত্ৰক ৰাইজৰ কাষ চপাই আনিবৰ অৰ্থে কেইবাটাও উল্লেখযোগ্য পদক্ষেপ গ্ৰহণ কৰিছিল। প্ৰশাসনৰ সুবিধাৰ কাৰণে অসমত কেইবাটাও নতুন মহকুমা গঠন কৰিবৰ বাবে অসমৰ ৰাইজে অসম চৰকাৰৰ ওচৰত বহু আগৰে পৰাই দাবী উত্থাপন কৰি আহিছিল।যদিও আয়োগে

চৰকাৰৰ নিৰ্দেশ অনুযায়ী এই দাবীবোৰ বিবেচনা কৰি আয়োগৰ প্ৰতিবেদন সময় মতেই দাখিল কৰিছিল, সি যি কি কাৰণতেই নহওক, এই প্ৰতিবেদনৰ পৰামৰ্শ সমূহ আগৰ চৰকাৰে কাৰ্যকৰী কৰা নাছিল। শইকীয়াই নতুনকৈ ছ খন জিলা আৰু আঠোটা মহকুমা গঠন কৰি প্ৰশাসনৰ বহু পৰিমাণে সাল-সলনি কৰিলে। কোকৰাঝাৰ, ধুবুৰী, কৰিমগঞ্জ, বৰপেটা, শোণিতপুৰ আৰু যোৰহাট এই ছখন নতুন জিলা আৰু বিশ্বনাথ চাৰিআলি, গোসাঁই গাঁও, ৰঙিয়া, মানকাছাৰ, দক্ষিণ শালমাৰা, ওদালগুৰি, হোজাই আৰু চৰাইদেউ এই আঠোটা মহকুমা গঠন কৰে। ফলস্বৰূপে চৰকাৰৰ প্ৰশাসনত যথেষ্ট অসুবিধা দূৰ হ'ল। বাইজৰ সুবিধা হ'ল আৰু বিভাগত নতুনকৈ ৩৬ হাজাৰ লোকক কৰ্মসংস্থান দিবলৈ শইকীয়া চৰকাৰ সমৰ্থ হ'ল। সময় আগবাঢ়িল। এই কথা স্পষ্ট হল যে আন্দোলন বৰ্জিত মুখ্যমন্ত্ৰী শইকীয়া অতি কম সময়তে নিজৰ যোগ্যতা আৰু কৰ্মপটুতাৰ বলত ৰাইজৰ অতি মৰমৰ মুখ্যমন্ত্ৰীৰূপে পৰিগণিত হ'ল। ৰাতিপুৱাৰ পৰা মাজনিশালৈকে অগণন মানুহৰ লানি নিচিগা সোঁত বৈছিল শইকীয়াক লগ পাবলৈ।

অসমৰ ৰাজকোষ সেই সময়ত তেনেই উদং। স্মৰণযোগ্য যে '৮৩ৰ জুন মাহৰ ভিতৰতে শইকীয়া চৰকাৰৰ কাৰ্যকালৰ মাত্ৰ পাঁচমাহো নৌ হওঁতেই ৰিজাৰ্ভ বেংকৰ সকলো ঋণ পৰিশোধ কৰা হ'ল। ৰাজ্যখনত উঠিব লগা কৰ-কাটল, কেন্দ্ৰীয় চৰকাৰৰ অনুদান আদিৰ সহায়ত অসম ঋণমুক্ত হ'ল। ষষ্ঠ পাঁচ-বছৰীয়া পৰিকল্পনাৰ প্ৰথম তিনিবছৰৰ (১৯৮০-৮১, ১৯৮১-৮২, ১৯৮২-৮৩) অসম চৰকাৰে মাত্ৰ তিনিটা বিষয়তহে নিৰ্দিষ্ট লক্ষ্য পূৰণ কৰি আৰু পাঁচটা বিষয়ত উত্তম ফল লাভ কৰিছিল, আনহাতে শইকীয়াৰ মাথোন দুটা বছৰত (১৯৮৩-৮৪ আৰু ১৯৮৪-৮৫) বাৰটা বিষয়ত নিৰ্দিষ্ট লক্ষ্যত উপনীত হৈছিল আৰু ১৬টা বিষয়ত উত্তম সফলতা লাভ কৰিবলৈও সমৰ্থ হৈছিল। যি পৰিকল্পনা আয়োগে ১৯৮৩-৮৪ বছৰটোৰ কাৰণে ২৯১ কোটি টকা মঞ্জুৰী দিবলৈ সংকোচ কৰিছিল, ১৯৮৪-৮৫ চনত সেই পৰিকল্পনা আয়োগেই শইকীয়া চৰকাৰৰ কাৰ্যত সন্তুষ্ট হৈ ৰাজ্যখনৰ বাবে ৩৬০ কোটি টকা মঞ্জুৰ কৰিছিল।

১৯৮০-৮১ চনত গ্ৰহণ কৰা সিদ্ধান্ত অনুসৰি ষষ্ঠ পৰিকল্পনাত অসমৰ বাবে নিৰ্দ্ধাৰিত ধনৰ পৰিমাণ আছিল ১১১৫ কোটি টকা। ইয়াৰে ৮২৭.০২ কোটি টকা কেন্দ্ৰীয় অনুদান আৰু বাকী ২৮৭.৯৮ কোটি টকা ৰাজ্যচৰকাৰে নিজৰ সম্পদৰ পৰা দিবলগীয়া ধন। শইকীয়া চৰকাৰে ষষ্ঠ পৰিকল্পনাৰ নিৰ্দ্ধাৰিত ধনৰ পৰিমাণ ১২৮২ কোটি টকালৈ বৃদ্ধি কৰাৰ উপৰিও কেন্দ্ৰীয় অনুদান ১২৩১ কোটি টকালৈ অৰ্থাৎ মুঠ খৰচৰ ৯৬.০২% ভাগলৈ বৃদ্ধি কৰিবলৈ

কেন্দ্ৰীয় চৰকাৰক সন্মত কৰালে। ফলত অসম চৰকাৰৰ বহন কৰিবলগীয়া ধনৰ পৰিমাণ ২৮৭.৯৮ কোটিৰ পৰা ৫১ কোটি টকালৈ হ্ৰাস পালে। এই অভূতপূৰ্ব সাফল্য শইকীয়াৰ অক্লান্ত পৰিশ্ৰম আৰু আশাশুধীয়া চেষ্টাৰ ফল।

এই সময়তে ৰাইজে বেংকৰ পৰা অধিক সা-সুবিধা লাভ কৰিবলৈও সক্ষম হৈছিল। বেংকৰ কেইবাটাও নতুন শাখা ৰাজ্যখনৰ বিভিন্ন অঞ্চলত খুলি ঋণ মঞ্জুৰীৰ বাবে শইকীয়া চৰকাৰে বিভিন্ন কাৰ্যসূচী হাতত লয়। ১৯৮২ চনত অসমত বাণিজ্যিক বেংকৰ মুঠ শাখা আছিল ৫৬২ টা, ১৯৮৩ চনৰ জুন মাহত ইয়াৰ সংখ্যা বৃদ্ধি হৈ হয়গৈ ৬৫৩ টা। ইয়াৰ পিছৰ বছৰৰ (১৯৮৪) মাৰ্চ মাহত ইয়াৰ সংখ্যা ৯৪৪ টালৈ বৃদ্ধি পায়।

নানান বাধা-বিঘিনি অতিক্ৰম কৰি ৰাজ্যৰ প্ৰতিকূল পৰিস্থিতিৰ মাজতো শইকীয়া চৰকাৰে গ্ৰাম্য অঞ্চলত অন্যান্য বহুতো উন্নয়নমূলক কামৰ আঁচনি ৰূপায়িত কৰিবলৈ সক্ষম হৈছিল। শইকীয়া মুখ্যমন্ত্ৰী হোৱাৰ মাত্ৰ ৩০ মাহৰ ভিতৰতে অসমত নতুনকৈ ৫০টা স্বাস্থ্যকেন্দ্ৰ আৰু ৯৫৮টা স্বাস্থ্য উপকেন্দ্ৰ স্থাপন কৰিবলৈ সমৰ্থ হয়। উল্লেখ যোগ্য যে স্বাধীনতাৰ পিছত প্ৰথম ৩৫ বছৰত অসমত মাত্ৰ ১৪৮টা স্বাস্থ্যকেন্দ্ৰ আৰু ৮৭৭টা স্বাস্থ্য উপকেন্দ্ৰহে স্থাপন কৰা হৈছিল। ৰাজ্যখনৰ গাঁও অঞ্চলত বিজুলী আৰু খোৱাপানীৰ যোগানৰ কাৰণেও খৰটকীয়াকৈ কেইবাটাও আঁচনি প্ৰস্তুত কৰা হয়। ১৯৪৭ চনৰ পৰা ১৯৮২ চনলৈকে ৩৫ বছৰৰ ভিতৰত অসমৰ মাথোন ৭১৬৬ খন গাঁৱত বিজুলী যোগান আৰু ৬৯৮৪ খন গাঁৱত খোৱাপানীৰ যোগান ধৰা হৈছিল, ইয়াৰ পৰিবৰ্তে হিতেশ্বৰ শইকীয়া প্ৰথমবাৰ মুখ্যমন্ত্ৰী হৈ ৩০ মাহৰ ভিতৰত ৫২১৮ খন গাঁৱলৈ বিজুলী যোগান আৰু ৬০৬১ খন গাঁৱলৈ খোৱা পানীৰ যোগান ধৰা কাৰ্য সমাপ্ত কৰিবলৈ সক্ষম হয়।

শইকীয়া মুখ্যমন্ত্ৰী হৈ থাকোঁতেই (১৯৮৩-৮৫) কেন্দ্ৰীয় খণ্ডত কেইবাটাও যোজনাৰ কাম আৰম্ভ হয় আৰু কেইবাটাও সম্পূৰ্ণও হয়। ইয়াৰ ভিতৰত গুৱাহাটীলৈ ব্ৰড্ গজ ৰেলৰ সম্প্ৰসাৰণ শইকীয়া চৰকাৰৰ এক উল্লেখযোগ্য সাফল্য। ইয়াৰ আগতে ১৯৭১ চনতে বঙাইগাঁৱলৈ ব্ৰড্ গজ ৰেলৰ সম্প্ৰসাৰণ হৈছিল যদিও '৮৩ চনলৈকে গুৱাহাটীলৈ ইয়াৰ সম্প্ৰসাৰণৰ ওপৰত গুৰুত্ব দিয়া হোৱা নাছিল। ৰেলৰযাত্ৰী সকলে মিটাৰ গেজ আৰু ব্ৰড্ গজ ৰেলৰ সংযোগস্থল নিউ বঙাইগাঁৱত মালবস্তু উঠোৱা নমোৱা কৰাত ব্যয়ৰ উপৰিও যথেষ্ট অসুবিধাৰ সন্মুখীন হৈছিল। এই অসুবিধা দূৰ কৰিবলৈ শইকীয়া চৰকাৰৰ চমু কালছোৱাতে খৰটকীয়াকৈ কাম কৰি গুৱাহাটীলৈ ব্ৰড্ জ ৰেলৰ সম্প্ৰসাৰণ কৰা হয়। তেতিয়াৰে পৰাই অসমৰ বহুদিনীয়া অভাৱ পূৰণ হ'ল। দিল্লী, কলিকতা,

বোম্বাই, মাদ্ৰাজ আদি ভাৰতৰ বিভিন্ন কেন্দ্ৰৰ লগত অসমৰ ৰাজধানীৰ সংযোগ হ'ল। ই অকল অসমৰে নহয় ভাৰতৰ উত্তৰ-পূবৰ আটাই কেইখন ৰাজ্যৰ বাবে এক উল্লেখযোগ্য সাফল্য। কাৰণ এই কাৰ্যই উত্তৰপূব ভাৰতৰ অৰ্থনৈতিক পৰিবৰ্তনত যথেষ্ট সহায় কৰিছে। গুৱাহাটীৰ ৰেলৱে ষ্টেচনৰ ওচৰে পাজৰে ভাৰতীয় খাদ্য নিগম, ভাৰতীয় ইস্পাত কৰ্তৃপক্ষ আদিয়ে স্থাপন কৰা বহু কাৰ্যালয়ত স্থানীয় লোকৰ সংস্থাপনৰ ব্যৱস্থা হ'ল।

এই সময়তে টি বৰ্ডৰ এটা আঞ্চলিক কাৰ্যালয় অসমত স্থাপন কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰে আৰু মৰাপাট নিগমৰ পৰিচালক মণ্ডলীলৈ অসমৰ পৰা সদস্য নিয়োগৰ ব্যৱস্থা কৰা হয়। শইকীয়া খাৰুৱা তেলৰ ৰয়েল্টি বৃদ্ধিৰ ক্ষেত্ৰতো সফল হ'ল। ১৯৮১ চনৰ পৰা খাৰুৱা তেলৰ ৰয়েল্টি অসমক দিয়া হৈছিল টন প্ৰতি ৬১ টকাকৈ, যদিও সেই সময়ত ৰাজ্য চৰকাৰৰ দাবী আছিল টন প্ৰতি ৩১৫ টকা। মুখ্যমন্ত্ৰী (৮৩-৮৫) হৈ হিতেশ্বৰ শইকীয়াই খাৰুৱা তেলৰ ৰয়েল্টি বৃদ্ধিৰ সন্দৰ্ভত কেন্দ্ৰীয় চৰকাৰৰ লগত কেইবালানিও আলোচনা চলায় আৰু ইয়াক ৬১ টকাৰ পৰা ১৯৮ টকালৈ বৃদ্ধি কৰিবলৈ সমৰ্থ হয়।

'৯১ত অসমৰ শাসনৰ বাঘজৰী পুনৰ হাতত লৈ শইকীয়াই খাৰুৱা তেলৰ ৰয়েল্টিৰ পৰিমাণ বৃদ্ধি কৰিবলৈ যত্নপৰ হয়। খাৰুৱা তেলৰ ৰয়েল্টি প্ৰতি টনত ৭০০ টকালৈ বৃদ্ধি কৰিবলৈ অসম চৰকাৰে জনোৱা দাবীৰ বিপৰীতে কেন্দ্ৰীয় চৰকাৰে প্ৰতি টনত নূন্যতম ৫২৮ টকালৈ বৰ্তমান বৃদ্ধি কৰিছে। ইয়াৰ উপৰিও ১৯৯০ চনৰ এপ্ৰিলৰ পৰা ১৯৯১ চনৰ মাৰ্চলৈকে আদায় দিয়া ধনৰ উপৰিও প্ৰতি টন খাৰুৱা তেলৰ বাবদ অতিৰিক্ত ১৬৭ টকাকৈ দিবলৈ কেন্দ্ৰীয় চৰকাৰ সন্মত হৈছে। উল্লেখযোগ্য যে প্ৰথমে কেন্দ্ৰীয় চৰকাৰে খাৰুৱা তেলৰ ৰয়েল্টি ৩৭৪ টকালৈ বৃদ্ধি কৰিবলৈ লোৱা সিদ্ধান্ত শইকীয়াই ঘোৰ আপত্তি কৰি অগ্ৰাহ্য কৰিলে। পিছত '৯২ৰ ১০ অক্টোবৰ তাৰিখে দিল্লীত অসম আৰু গুজৰাটৰ মুখ্যমন্ত্ৰীদ্বয়ৰ পৰামৰ্শ অনুসৰি এই ক্ষেত্ৰত চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰা হয়।

মুখ্যমন্ত্ৰী শইকীয়াৰ অন্য এক সফলতা হ'ল গুৱাহাটীত ষ্টক্ এক্‌চেঞ্জ স্থাপন। শইকীয়া চৰকাৰৰ সময়তে ১৯৮৪ চনতে পৰিকল্পিত 'ইনলেণ্ড কন্টেনাৰ ডিপো'ৰ কাম আৰম্ভ কৰা হয়। আমিনগাঁৱত স্থাপন কৰা এই ডিপোৱে অসমৰ আৰ্থ-সামাজিক দিশৰ উন্নতিত অৰিহণা যোগাইছে।

ব্ৰহ্মপুত্ৰৰ ওপৰত স্থলপথ আৰু ৰেলপথৰ যুগ্ম ব্যৱস্থা থকা তৃতীয়খন দলং নিৰ্মাণৰ কাম আৰম্ভ হোৱাটো শইকীয়া চৰকাৰৰ আন এক সফলতা। গুৱাহাটীৰ পৰা গোৱালপাৰালৈ ব্ৰড্ গজ ৰেলপথ নিৰ্মাণৰ আঁচনিও এই সময়তে মঞ্জুৰ

কৰা হয়। ৰাজহুৱা খণ্ডত স্থাপন কৰা আমিনগাঁৱৰ তৃপ্তি বনস্পতি প্ৰকল্পৰ উৎপাদনৰ কামো ১৯৮৩ চনতে আৰম্ভ হয়। এই উদ্যোগে প্ৰত্যক্ষ আৰু পৰোক্ষভাবে অসমৰ স্থানীয় লোকৰ কৰ্ম সংস্থান দিছে।'অসম ইলেক্‌ট্ৰনিক বিকাশ' এই্ সময়তে স্থাপন কৰা হয়।

বিভিন্ন উদ্যোগ প্ৰতিষ্ঠান স্থাপন কৰাৰ উপৰিও উদ্যোগ প্ৰতিস্থানসমূহত যাতে লোকচান নহয় তাৰবাবে সঘনাই কৰ্মকৰ্তা, বিষয়াসকলৰ লগত শইকীয়াই আলোচনা কৰিছিল। সেইবাবে তেওঁৰ 'দিনত উৎসাহ্ উদ্দীপনাৰে ৰাজহুৱা প্ৰতিস্থানসমূহ পৰিচালিত হবলৈ ধৰিলে। জাগীৰোডৰ স্পান চিল্ক্ মিল আৰু নামৰূপৰ পেট্ৰকেমিকেল কম্‌প্লেক্সৰ দৰে ৰাজহুৱা খণ্ডৰ উদ্যোগ প্ৰতিষ্ঠান সমূহতো লাভ হ'বলৈ ধৰিলে।

চিকিৎসাসেৱাৰ ক্ষেত্ৰতো শইকীয়াৰ অবিহণা যথেষ্ট। দন্ত-চিকিৎসাৰ সুবিধাৰ কাৰণে গুৱাহাটীত দন্ত-চিকিৎসা মহাবিদ্যালয় আৰম্ভ কৰে। তদুপৰি গুৱাহাটীৰ পাণবজাৰৰ চিকিৎসা মহাবিদ্যালয়ৰ পুৰণি ভৱনসমূহত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰ স্মৃতিত এখন চিকিৎসালয় স্থাপন কৰে।

দোহৰা নিষ্প্ৰয়োজন যে সিংহ্ চৰকাৰৰ দিনত শইকীয়া গৃহমন্ত্ৰী হৈ থকা সময়তে সৰ্বপ্ৰথম পুলিচ বাহিনীৰ বাবে গৃহনিৰ্মাণৰ দায়িত্ব 'অসম চৰকাৰৰ নিৰ্মাণ নিগম'ক (AGCC) দিয়া হৈছিল। অধিক ক্ষিপ্ৰতাৰে এই্ কাৰ্য সম্পাদন কৰি আৰক্ষীবিভাগক সা-সুবিধা দিয়াৰ অৰ্থে গৃহ্ নিৰ্মাণৰ বাবে নিজে মুখ্যমন্ত্ৰী হোৱা সময়তে 'পুলিচ গৃহনিৰ্মাণ নিগম' নামৰ সুকীয়া বিভাগ এটাও স্থাপন কৰে। এই্ নিগমে বহুসংখ্যক ঘৰ কম সময়ৰ ভিতৰতে সাজি উলিয়াবলৈ সক্ষম হয়।

গৃহৰক্ষী বাহিনীৰ দুটা বেটেলিয়ানো এই্ চৰকাৰৰ কাৰ্যকালতে গঠন কৰা হয়। আইন শৃংখলা পৰিস্থিতিৰ উন্নতি কৰিবৰ অৰ্থে প্ৰত্যেক আৰক্ষী চকীতে একোখনকৈ জীপ্ আৰু একোটা ৱাৰলেচ্ চেট্ দিয়াৰো ব্যৱস্থা শইকীয়া চৰকাৰে কৰে।

চাকৰিয়াল সকলক উৎসাহ্ দিয়াৰ অৰ্থে ছুটি ভ্ৰমণ বানচ (L.T.C.) আৰু সামূহিক বীমাৰ (Group Insurance) আঁচনি গ্ৰহণ কৰা শইকীয়া চৰকাৰৰ অন্যতম কৃতিত্ব।

ভাৰতীয় প্ৰশাসনিক সেৱাত (I.A.S.) অসমৰ যুৱক-যুৱতী সকলে নিযুক্তি পোৱাৰ অৰ্থে শইকীয়া চৰকাৰে এক উল্লেখযোগ্য পৰিকল্পনা হাতত লয়। সেই উদ্দেশ্যে খানাপাৰা বিষয়া প্ৰশিক্ষণ মহাবিদ্যালয়ত সৰ্বভাৰতীয় ভিত্তিক পৰীক্ষাৰ বাবে প্ৰশিক্ষণ পাঠ্যক্ৰম অন্তৰ্ভুক্ত কৰাৰ উপৰিও দিল্লীত প্ৰশিক্ষণ ল'ব খোজা ছাত্ৰ-ছাত্ৰী সকলক দহহেজাৰ টকাৰ জলপানী দিয়াৰ ব্যৱস্থা কৰিছিল।

ৰাজ্যভাষা আইনৰ সঠিক প্ৰয়োগৰ বাবে শইকীয়া চৰকাৰে কাৰ্যকৰী আঁচনি লয়। শইকীয়াৰ প্ৰচেষ্টাত বড়ো ভাষা সহযোগী চৰকাৰী ভাষা হিচাপে ঘোষণা কৰা হয়।

প্ৰশাসনযন্ত্ৰৰ কাম অধিক দক্ষতাৰে পৰিচালনা আৰু নিখুঁত কৰিবৰ কাৰণে চৰকাৰক পৰামৰ্শ দিবলৈ এখন 'প্ৰশাসন সংস্কাৰ আয়োগ' এই সময়তে গঠন কৰা হয়।

ৰাজ্যখনত উত্তপ্ত পৰিস্থিতিৰ মাজত শইকীয়া মন্ত্ৰীসভাই কাৰ্যভাৰ গ্ৰহণ কৰিছিল। ৰাষ্ট্ৰপতিৰ শাসনৰ সময়ত বহুসংখ্যক অসমীয়া আই. এ. এচ. আৰু আই. পি. এচ. বিষয়াক ৰাজ্যখনৰ বাহিৰলৈ বদলি কৰা হৈছিল। আনফালে বহু অনাঅসমীয়া লোকক প্ৰশাসনৰ জ্যেষ্ঠবিষয়া হিচাপে অধিষ্ঠিত কৰা হৈছিল। ফলত বহু অসমীয়া বিষয়া হতাশ হোৱা দেখা গৈছিল। হিতেশ্বৰ শইকীয়াই ৰাজ্য চৰকাৰৰ প্ৰশাসনীয় দক্ষতা বৃদ্ধি কৰিবলৈ লগতে অসমীয়া বিষয়াসকলৰ হতাশা দূৰ কৰিবলৈ উচ্চ পৰ্যায়ৰ পদসমূহত অসমীয়া বিষয়া সাল-সলনি কৰি নিয়োগ কৰিলে। দূৰদৰ্শী শইকীয়াই এই কাৰ্যৰ দ্বাৰা প্ৰশাসন যন্ত্ৰ অধিক শক্তিশালী আৰু নিৰ্ভৰযোগ্য কৰিবলৈ সক্ষম হ'ল।

১৯৮৩-৮৫ চনৰ ভিতৰত শইকীয়া চৰকাৰৰ প্ৰচেষ্টাত অসমৰ বহু ভিতৰুৱা অঞ্চল বাণিজ্যিক কেন্দ্ৰসমূহৰ লগত সংযোগ কৰিবলৈ ব্যৱস্থা কৰা হয়। ১৩৩২ কিলোমিটাৰ পথ নতুনকৈ নিৰ্মাণৰ কাম এই সময়তে সম্পূৰ্ণ হয়। ইয়াৰ বাহিৰেও গুৱাহাটীত চলাচলৰ সুবিধাৰ অৰ্থে জু-ৰোডৰ ৰেলপথৰ ওপৰতে এটা পথ (Fly Over) নিৰ্মাণ কাৰ্য শইকীয়া চৰকাৰৰ প্ৰচেষ্টাতে আৰম্ভ কৰা হয়। ৰেলসেৱাৰ ক্ষেত্ৰতো গুৱাহাটী আৰু ত্ৰিবান্দ্ৰম আৰু গুৱাহাটী আৰু বোম্বাইৰ মাজত পোনপটীয়া ৰেলসেৱা যোগাযোগ স্থাপন কৰা হয়। বিমানসেৱাৰ ক্ষেত্ৰতো ৰাজ্যখনৰ দ্ৰুত উন্নতি শইকীয়া চৰকাৰৰ দুবছৰীয়া কাৰ্যকালৰ ভিতৰতে কৰা হয়। ইণ্ডিয়ান এয়াৰলাইন্‌চে গুৱাহাটী আৰু নতুন দিল্লীৰ মাজত পোনপটীয়া বিমান চলাচলৰ ব্যৱস্থা কৰে আৰু পোন প্ৰথমবাৰৰ বাবে বৰঝাৰ বিমান বন্দৰত নিশাৰ ভাগত বিমান অৱতৰণ কৰাৰ ব্যৱস্থা কৰা হয়।

নিবনুৱা, বৃদ্ধা, বিধবা আদি সমাজৰ দুৰ্বল লোকক আৰ্থিক সাহায্য দিয়াৰ অৰ্থে ১৯৮৩-৮৪ আৰু ১৯৮৪-৮৫ চনত কেইবাটাও আঁচনি শইকীয়া চৰকাৰে প্ৰস্তুত কৰে। এই আঁচনিৰ অধীনত ৩১.৮০ কোটি টকা ১৫৭৩৮ জন শিক্ষিত নিবনুৱা যুৱকক যৌগিক ঋণ (Composite Loan), ২৪৬৬২ জন বৃদ্ধ পুৰুষ আৰু মহিলাক মাহে ৬০ টকাকৈ পেঞ্চন আৰু ৩০ বছৰৰ তলৰ ৭৫৮২ জন শিক্ষিত যুৱকক মাহে ৫০ টকাকৈ নিবনুৱা ভাট্টা দিয়া হয়।

সমাজৰ এই কল্যাণমূলক কাৰ্যসমূহ সম্পাদন কৰাৰ বাবে বিভিন্ন বাতৰি কাকতে শইকীয়াৰ ভূয়সী প্ৰশংসা কৰি মন্তব্য প্ৰকাশ কৰিছিল। 'দৈনিক জনমভূমি'ৰ (২৬ আগষ্ট, ১৯৮৩) সম্পাদকীয়ত এনেদৰে কৈছে—

"নীতিগতভাৱে বৃদ্ধ বয়সত পেঞ্চন আৰু নিৱনুৱা ভাট্টাৰ প্ৰৱৰ্তনক এটা সাহসী কল্যাণমূলক ব্যৱস্থাই বুলিব লাগিব।"

'সাপ্তাহিক নাগৰিক'ৰ (২৯ চেপ্তেম্বৰ, ১৯৮৩) সম্পাদকীয়তো এই সকলো জনহিতকৰ কাৰ্য শইকীয়াৰ বাবেই সম্ভৱ হৈছে এই কথা উল্লেখ কৰি কৈছে—

"ৰাজ্যত নতুনকৈ ছখন জিলা, আঠোটা মহকুমা গঠন, ছয়ত্ৰিশ হাজাৰ চাকৰিৰ বাট মুকলি কৰা, বৃদ্ধলৈ পেঞ্চন, নিৱনুৱা স্নাতকলৈ বানচ, বিজাৰ্ভ বেংকত ৭০ কোটি টকা উদ্বৃত্ত আদি সকলোবোৰ ইমান কম সময়ৰ ভিতৰতে সম্ভৱ হৈছে শইকীয়াৰ বাবেহে।"

ৰাজ্যখনত ৰাইজৰ বাবে কল্যাণমূলক আঁচনিসমূহ শইকীয়াই অধিক ক্ষীপ্ৰতাৰে ৰূপায়িত কৰাত গুৰুত্ব দি অতি সোনকালে ৰাইজৰ মনৰ হতাশাৰ ভাব নোহোৱা কৰিবলৈ সমৰ্থ হৈছিল। সেইসময়ত যদিও বহু আন্দোলনকাৰী লোকে শইকীয়া চৰকাৰ অবৈধ বুলি সমালোচনা কৰিছিল যথাৰ্থতে অসমৰ ৰাইজৰ মনত লাহে লাহে বৈধ বা অবৈধ এই শব্দকেইটা অৰ্থহীন যেনহে হ'বলৈ ধৰিছিল। দূৰদৰ্শী ৰাজনীতিবিদ্ শইকীয়াই নিজেও সমালোচনালৈ কৰ্ণপাত নকৰি সতীৰ্থসকলক হিংসাত্মক ঘটনা ঘটা অঞ্চলসমূহ পৰিদৰ্শন কৰি শান্তি স্থাপন কৰিবলৈ আৰু ৰাজ্যখনৰ উন্নতিৰ বাবে সহযোগ কৰি লগতে অন্যান্য গঠনমূলক কামত আত্মনিয়োগ কৰিবলৈ অনুৰোধ কৰিছিল। সাংবাদিকা ৰেখা বাগছীয়ে 'Taming the Tempest' নামৰ গ্ৰন্থখনত কৈছে— "শইকীয়াই তেওঁৰ এজন অনুজ সহকৰ্মীক কৈছিল— আন্দোলনকাৰী সংগঠনসমূহে কৰা মতামতৰ ওপৰত তেওঁৰ চৰকাৰৰ বৈধতা নিৰ্ভৰ নকৰে; ই নিৰ্ভৰ কৰিছে অসমক প্ৰগতিৰ পথত আগবঢ়াই নিয়াৰ ওপৰত। সেইবাবে অসমৰ প্ৰজ্বলিত অগ্নি নিৰ্বাপণ কৰি ৰাজ্যখনলৈ শান্তি শৃংখলা কঢ়িয়াই আনি জনতা ভৱন অধিকাৰ কৰাৰ সাৰ্থকতা তেওঁলোকে দেখুৱাব লাগিব আৰু ইয়েই হ'ব চৰকাৰৰ বৈধতাৰ প্ৰমাণ।"

প্ৰকৃততে হিতেশ্বৰ শইকীয়াৰ যত্নতে ৰাজ্যখনলৈ স্বাভাৱিক পৰিস্থিতি উভটি আহিল। ছাত্ৰ-ছাত্ৰীসকলে তেওঁলোকৰ শিক্ষাজীৱনৰ অমূল্য সময় অন্দোলনৰ মাজত হেৰুৱাব লগা হৈছিল এই কথাত উদ্বেগতা প্ৰকাশ কৰি মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই প্ৰধানকৈ শিক্ষানুষ্ঠানসমূহত স্বাভাৱিক অৱস্থা ঘূৰাই অনাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। নিজে শিক্ষামন্ত্ৰী হৈ থকা সময়ত শিক্ষাৰ প্ৰগতিৰ হকে অহোপুৰুষাৰ্থ কৰা শইকীয়াই মুখ্যমন্ত্ৰী হৈও শিক্ষাৰ উন্নতিৰ প্ৰতিবন্ধক দূৰ কৰিবলৈ অধিক সতৰ্কতা অৱলম্বন কৰিছিল। অন্দোলনৰ বাবে বহুদিন

পিছুৱাই যোৱা পৰীক্ষাসমূহ সোনকালে পাতিবলৈ শিক্ষাবিষয়ৰ বিষয়ববীয়া সকলক তেওঁ নিৰ্দেশ দিছিল আৰু সেই মতেই বিদ্যালয় মহাবিদ্যালয় সমূহত কিছুদিনৰ ভিতৰতে পৰীক্ষাসমূহ অনুষ্ঠিত কৰা হৈছিল। এনেদৰে প্ৰতিকূল পৰিস্থিতিৰ মাজত শইকীয়াই অসমৰ জনজীৱনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ সমৰ্থ হোৱাৰ বিষয়ে BLITZ কাকতে মন্তব্য কৰিছে

"The gore and fury of election time seems to have been spent. Assam which used to come to a stand still by sundown, now bustles with life till midnight. The tension and fear have ebbed. Trains, offices, bazars and educational institutions have resumed functioning and are back to normal.....Evidently Chief Minister Hiteswar Saikia has managed to get everything under control." অশান্ত অসমলৈ শৈক্ষিক পৰিবেশ ঘূৰাই অনাটো নিঃসন্দেহে তেওঁৰ কৃতিত্ব। শইকীয়াই এই সময়ত ছাত্ৰসকলৰ বিষয়ে কৰা মন্তব্য অতি তাৎপৰ্যপূৰ্ণ। তেওঁ জাতি গঠনত আৰু সমাজৰ পুনৰ গঠনত ছাত্ৰসকলৰ ভূমিকা যথেষ্ট গুৰুত্বপূৰ্ণ বুলি অভিহিত কৰিছে—

"ছাত্ৰশক্তি এক আচৰিত শক্তি। যদি শুদ্ধ পথেৰে আগুৱাই যাবলৈ পৰিচালিত কৰা হয়, এই শক্তিয়ে যাদুৰ দৰে কাম কৰে।"

শইকীয়াৰ অন্য এক গুৰুত্বপূৰ্ণ সিদ্ধান্ত আন্দোলনৰ সময়ত চাকৰিৰ পৰা নিলম্বিত কৰা লোকসকলক পুনৰ সংস্থাপনৰ ব্যৱস্থা। যিসকল চাকৰিয়ালে নিজৰ কৃতকাৰ্যৰ বাবে অনুশোচনা কৰিছিল বা কোনো বিশেষ দোষত দোষী সাব্যস্ত হোৱা নাছিল, সেই সকলৰ বিৰুদ্ধে ৰাষ্ট্ৰপতিৰ শাসনত বিভাগীয় কৰ্তৃপক্ষই লোৱা শাস্তিমূলক ব্যৱস্থা প্ৰত্যাহাৰ কৰিবলৈ সিদ্ধান্ত লৈ তাৰবাবে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিছিল। অকল হিংসাত্মক কাৰ্যক প্ৰতিৰোধ কৰাই নহয়, সমাজৰ প্ৰত্যেক স্তৰৰ লোকৰ মাজৰ অশান্তি আঁতৰাই এখন সবল অসম গঢ়াৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল। মন্ত্ৰীসভাৰ প্ৰথম মুখ্যভাষণৰ প্ৰত্যেকটো উদ্দেশ্য সফল কৰিবলৈ তেওঁ সততে যত্ন কৰিছিল আৰু বহু পৰিমাণে কৃতকাৰ্যও হৈছিল। এইখিনিতে শইকীয়াৰ ভাষণৰ একাংশ প্ৰণিধানযোগ্য—

" We will have to think at the same time of an all-out positive endeavour to generate an atmosphere of confidence. We will also have to think of putting out the fire that threatens to burn to ashes our time-honoured values of peace and harmony. This task will perhaps be a little more difficult and efforts a little more time consuming. But human capabilities are put to a real test only at times of crisis. The people of Assam irrespective of caste and creed, have been put to severe test. The question before us is whether we as a people, would commit self-immolation by yielding to temporary passions or would emerge stronger by over-powering them."

শইকীয়াই ৰাজ্যখনৰ সাম্প্ৰদায়িক ঐক্য আৰু শান্তি অটুট ৰাখিবলৈ সদায় চেষ্টা কৰি আহিছে। মুখ্যমন্ত্ৰী হোৱাৰ পিছতে তেওঁ জাতীয় সংহতি স্থায়ী কৰিবলৈ বিভিন্ন সম্প্ৰদায় আৰু বিভিন্ন ভাৱধাৰাৰ লোকসকলে প্ৰতিনিধিত্ব কৰাকৈ নতুনকৈ 'ৰাজ্যিক সংহতি পৰিষদ' খন গঠন কৰিলে। ৰাষ্ট্ৰীয় সংহতিৰ প্ৰতি শইকীয়াৰ মনোভাৱ অতি স্পষ্ট আৰু উচ্চ। তেওঁ অনুভৱ কৰে যে "ৰাষ্ট্ৰীয় সংহতি এটা মনস্তাত্বিক পৰিবৰ্তন (Psychological transformation)। সেইবাবে সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে থিয় হ'বলৈ জনসাধাৰণৰ মাজত এই পৰিবৰ্তন আনিবলৈ যত্ন কৰিব লাগিব। সৰ্বসাধাৰণ লোকৰ মনত ঐক্যৰ মনোভাৱ গঢ়ি তুলিলেহে ৰাষ্ট্ৰীয় ঐক্য সম্ভৱ হ'ব। সেইবাবে ই খৰটকীয়াকৈ কৰা কাম নহয়। ইয়াৰ বাবে সামূহিক দীৰ্ঘদিনীয়া প্ৰচেষ্টাৰ প্ৰয়োজন। এই কাৰ্য অতি বিশাল আৰু এক গুৰুত্বপূৰ্ণ বিপ্লৱ।" বাস্তৱত সাম্প্ৰদায়িক সংঘৰ্ষত ক্ষত-বিক্ষত অসমৰ জনজীৱনলৈ শান্তি আনিবলৈ, সংহতি পুনৰ স্থাপন কৰিবলৈ এক বিপ্লৱৰ সূচনা কৰিলে শইকীয়াই নিজে। ইয়াৰ ফলত অশান্তিত শ্বাসৰুদ্ধ হোৱা অসমৰ জনতাই '৮৩ৰ পিছৰ দিন কেইটাত শান্তিৰ স্পৰ্শানুভূতি লাভ কৰিবলৈ সক্ষম হ'ল। এই সকলো শইকীয়াৰ কৃতিত্ব বুলি ক'লেও অত্যুক্তি কৰা নহয়। এই বিষয়ে সুবীৰ ৰয়ে 'টেলিগ্ৰাফ'ত লিখিছে— "অসম ক্ষিপ্ৰভাৱে স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল। যিখন ঠাইত স্বাভাৱিক জীৱনযাত্ৰা ছিন্ন-ভিন্ন হৈ ধ্বংসৰ শেষ প্ৰান্তৰত উপস্থিত হৈছিল, লাহে লাহে এতিয়া পুনৰ সংযোগ স্থাপিত হৈ স্বাভাৱিক হ'বলৈ যত্ন কৰিছে।"

'হিন্দুস্থান টাইমছে' হিতেশ্বৰ শইকীয়াৰ প্ৰশংসা কৰি কৈছে— "অসমে এনে এজন মুখ্যমন্ত্ৰী পাই সঁচাকৈয়ে ভাগ্যবান, যি জনে বহু কুটিল চক্ৰৰ মাজত নিজৰ কৰ্তব্য কৃতকাৰ্যতাৰে সম্পাদন কৰিব পাৰিছে।"

সাংবাদিকা ৰেখা বাগছীয়ে মন্তব্য কৰিছে— "বিভিন্ন ৰাষ্ট্ৰীয় পৰ্যায়ৰ কাৰুতে এই কথা মানি লৈছে যে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে নিৰ্বাচন কৰা শইকীয়া শ্ৰেষ্ঠ মুখ্যমন্ত্ৰী সকলৰ ভিতৰত অন্যতম।" (Taming the Tempest)

সেই সময়ত শইকীয়াই তেওঁক কৰা উচ্চ প্ৰশংসা শুনিও মাত্ৰ এটা কথাই কৈছিল— "কামবোৰ আধা কৰা হৈয়ে আছে।" এইখিনিতে নেহৰুৰ প্ৰিয় সেই বিখ্যাত উক্তিটোলৈ মোৰ মনত পৰিছে— "And miles to go before I sleep" শইকীয়াৰ মতে স্বাভাৱিক অৱস্থা ঘূৰি অহাৰ প্ৰচেষ্টাহে চলি আছে। হিতেশ্বৰ শইকীয়াই স্বাভাৱিক অৱস্থাৰ সংজ্ঞা এনেদৰে দিছিল— "Normalcy in the real sense does not simply mean the absense of violent incidents and disturbances. Normalcy means regeneration of an atmosphere of positive values, an atmosphere of discipline and of constructive values."

শইকীয়া তথাপিও সন্তুষ্ট হোৱা নাছিল। ৰাজ্যখনৰ উন্নতিৰ হকে কাম কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ এইজন ব্যক্তিয়ে নতুন নতুন আঁচনি প্ৰস্তুত কৰি ৰূপায়িত কৰিবলৈ যত্নপৰ হ'ল। দুৰ্বাৰ গতি, অদম্য প্ৰেৰণা। কৰ্তব্যৰ আহ্বান। শইকীয়াক যেন কোনো শক্তিয়ে বাধা দিব নোৱাৰে।

এইখিনিতে অসম আন্দোলনৰ বিষয়ে কিছু কথা আলোচনা নকৰিলে শইকীয়াৰ ৰাজনৈতিক জীৱনৰ আলোচনা সম্পূৰ্ণ নহ'ব, কাৰণ অসম আন্দোলনৰ লগত তেওঁৰ সেই সময়ৰ ৰাজনৈতিক জীৱন ওতঃপ্ৰোত ভাৱে জড়িত। দোহৰা নিষ্প্ৰয়োজন যে শইকীয়া মুখ্যমন্ত্ৰী হৈ থকা সময়ত সদৌ অসম ছাত্ৰ সন্থা (AASU) আৰু সদৌ অসম গণ সংগ্ৰাম পৰিষদ (AAGSP) অধিক সক্ৰিয় হৈ পৰিছিল। অসমৰ সংখ্যালঘু সকল, জনজাতি আৰু চাহবাগিচাৰ বনুৱা সম্প্ৰদায়ৰ বহুসংখ্যক ব্যক্তিয়ে যদিও প্ৰাৰম্ভতে আন্দোলন সমৰ্থন কৰিছিল, লাহে লাহে এই সকলৰ মাজৰ বহুসংখ্যক লোকে ক্ৰমান্বয়ে সমৰ্থন প্ৰত্যাহাৰ কৰিবলৈ ধৰিলে। ইতিমধ্যে সদৌ অসম ছাত্ৰ সংস্থা (All Assam Students Organisation) নামৰ এটা নতুন সংগঠন নতুনকৈ ৰাজ্যখনত গঠিত হ'ল। এই সংগঠনৰ উদ্দেশ্য সদৌ অসম ছাত্ৰসন্থাৰ লগত প্ৰায় একেই আছিল, মাথোন ধৰ্মনিৰপেক্ষতাৰ ওপৰত এওঁলোকে অধিক গুৰুত্ব আৰোপ কৰিছিল। অৱশ্যে তুলনামূলকভাৱে সদৌ অসম ছাত্ৰ সন্থা (AASU) এইসংগঠনতকৈ অধিক শক্তিশালী আছিল। সেই সময়ত অনুষ্ঠান বা সংগঠনৰ নামত ৰাজ্যখনৰ বহুঠাইত দান বৰঙণি আদায় কৰা হৈছিল। ইয়াৰ ফলত ৰাইজৰ বহু লোকৰ হাৰাশাস্তিও হৈছিল আৰু ৰাইজৰ মাজত অসন্তুষ্টিয়ে দেখা দিছিল। এনে পৰিস্থিতিত চৰকাৰৰ অনুমতি সাপেক্ষেহে দান-বৰঙণি ল'ব পাৰিব বুলি শইকীয়াই নতুন নিয়ম প্ৰণয়ন কৰিলে।

১৯৮৪ চনৰ আগষ্ট মাহৰ শেষৰ ফালে প্ৰয়াত প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধী অসমলৈ আহে। সেইদিনা বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ আন্দোলনকাৰী সকলে ৩৬ ঘণ্টীয়া অসম বন্ধ আৰু জনসাধাৰণৰ সান্ধ্য আইন (People Curfew) ঘোষণা কৰিলে। এই বাধা নেওচি অসংখ্য জনতাই গুৱাহাটীৰ স্থানীয় জজফিল্ডৰ মিটিঙত ৰাজীৱ গান্ধীক আদৰণি জনালে। এই কাৰ্যই এফালে আন্দোলনৰ গভীৰতা আৰু লগতে জনপ্ৰিয়তা হ্ৰাস পোৱাৰ আৰু আনফালে শইকীয়াৰ জনপ্ৰিয়তাৰ কথা স্পষ্টভাৱে প্ৰমাণ কৰি দেখুৱালে। উল্লেখযোগ্য যে ৰাজ্যখনৰ কিছুমান ঠাইত তেতিয়াও হিংসাত্মক কাৰ্য অব্যাহত আছিল। আনকি মুখ্যমন্ত্ৰী শইকীয়া নিজেও ইয়াৰ সন্মুখীন হ'ব লগা হ'ল। ১৯৮৩ চনৰ ১১ নৱেম্বৰৰ দিনা গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত মিটিঙত যোগ দি উভতি আহোঁতে এজন যুৱকৰ হাতৰ পৰা শইকীয়া কথমপিহে ৰক্ষা পৰে। এইটো তেওঁৰ ওপৰত দ্বিতীয় আক্ৰমণ।

ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰ আৰু সদৌ অসম ছাত্ৰসন্থাৰ নেতৃবৃন্দৰ মাজত অসম সমস্যা সমাধানৰ অৰ্থে কেইবালানিও আলোচনা অনুষ্ঠিত হ'ল। শইকীয়াৰ মন্ত্ৰীসভা সেইসময়ত ৰাজ্যৰ অৰ্থনৈতিক উন্নতিৰ কাৰণে প্ৰস্তুত কৰা আঁচনি সমূহৰ সফল ৰূপায়ণত ব্যস্ত হৈ পৰিছিল। এনেসময়তে অসমৰ ৰাজনৈতিক পটভূমিত এক পৰিবৰ্তনৰ সূচনা হ'ল। ১৯৮৫ চনৰ আগষ্ট মাহৰ ১৫ তাৰিখে দিল্লীত পুৱতি নিশাতে কেন্দ্ৰীয় চৰকাৰ আৰু অসম আন্দোলনৰ নেতৃবৃন্দৰ মাজত অসম চুক্তি (ASSAM ACCORD) সম্পাদন হয় আৰু ইয়াৰেই ফলস্বৰূপে শইকীয়া মন্ত্ৰীসভাৰ ৩৪ মাহৰ কাৰ্যকালৰ অন্ত পৰে। হিতেশ্বৰ শইকীয়াই দলৰ প্ৰতি গভীৰ আনুগত্য দেখুৱাই কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশ মানি অসম মন্ত্ৰীসভা ভংগ কৰিলে। বিশিষ্ট সাংবাদিক কনক সেন ডেকাই এই প্ৰসংগত কৰা নিম্নলিখিত মন্তব্য প্ৰণিধানযোগ্য—

"কাৰ্যতঃ ১৯৮৩ৰ অশান্ত পৰিবেশ, ১৯৮৫ত ভালেখিনি স্বাভাৱিক হৈ আহিছিল, কিন্তু আন্দোলনকাৰী আৰু চৰকাৰৰ মাজত চুক্তিৰ জৰিয়তে শান্তি স্থাপনৰ উদ্দেশ্যে মন্ত্ৰীসভা ভংগ কৰি দিবলৈ শইকীয়াই সম্মতি জনাই উদাৰতা প্ৰকাশ কৰে। পৰিহাসৰ কথা, যি খন ভোটাৰ তালিকাৰে নিৰ্বাচন হোৱা ১৯৮৩ৰ শইকীয়া চৰকাৰ সৰহ সংখ্যক অসমীয়া ৰাইজৰ দ্বাৰা অগ্ৰাহ্য হৈছিল সেই ৰাইজেই একেখন অসংশোধিত ভোটাৰ তালিকাৰে ১৯৮৫ত অসম গণ পৰিষদ দলক অধিষ্ঠিত কৰে। গণ পৰিষদ দলৰ চৰকাৰৰ চৰম ব্যৰ্থতাৰ ফলস্বৰূপে ১৯৯১ৰ নিৰ্বাচনত হিতেশ্বৰ শইকীয়াৰ নেতৃত্বাধীন ইন্দিৰা কংগ্ৰেছ দল পুনৰ ক্ষমতালৈ আহে।" (হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি, পৃ. ৩৯)

শইকীয়া চৰকাৰৰ চমু কাৰ্যকালৰ সফলতা বিফলতাৰ বিষয়ে ভাৰতৰ দুগৰাকী প্ৰসিদ্ধ ৰাজনীতিবিদৰ গুৰুত্বপূৰ্ণ মন্তব্য উল্লেখ কৰা হ'ল। সেই সময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি গিয়ানী জেইল সিঙে (১৭ মে' ১৯৮৪) শইকীয়াৰ সম্পৰ্কে এনেদৰে মন্তব্য কৰিছিল—

"মই তেওঁৰ প্ৰশাসনীয় দক্ষতা, নম্ৰতা আৰু দৃঢ়তাত মুগ্ধ। মুখ্যমন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰাৰ পিছত তেওঁ অসম সমস্যা সম্পৰ্কে যথেষ্ট প্ৰশংসনীয় কাম কৰিছে।"

উত্তৰ-পূব পৰিষদৰ আৰ্থিক উন্নয়ন সমিতিৰ অধিবেশনতে প্ৰয়াত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে তেওঁৰ ভাষণত (২৬ জুলাই, ১৯৮৩) শইকীয়াৰ বিষয়ে এনেদৰে মন্তব্য কৰিছিল—

"দুৰ্দশাগ্ৰস্ত সকলৰ সাহায্য, পুনৰ সংস্থাপন আৰু নিৰাপত্তাৰ গধুৰ দায়িত্ব নিয়াৰিকৈ পৰিচালনা কৰাৰ বাবে আৰু একে সময়তে প্ৰশাসনিক দিশৰ ক্ষেত্ৰতো

কৃতকাৰ্যতাৰে স্বাভাৱিক অৱস্থা ঘূৰাই অনাৰ কাৰণে অসমৰ মুখ্যমন্ত্ৰী মই ভাবো অভিনন্দনৰ যোগ্য।"

## ৰাজ্যপাল শইকীয়া

হিতেশ্বৰ শইকীয়া মুখ্যমন্ত্ৰীৰ ক্ষমতাৰ পৰা আঁতৰি আহিল যদিও ৰাজনীতিৰ পৰা আঁতৰি অহা নাছিল। আগৰ দৰেই দলীয় সংগঠনৰ কামত তেওঁ অধিক ব্যস্ত হৈ পৰিল। কিছুদিনৰ পিছতে শইকীয়াক নিজৰাজ্য অসমৰ পৰা দাতিকাষৰীয়া অশান্ত ৰাজ্য মিজোৰামলৈ উপৰাজ্যপাল কৰি পঠোৱা হ'ল। ইয়াৰ পিছত শইকীয়া হ'ল মিজোৰামৰ ৰাজ্যপাল। '৮৬ৰ মাজভাগত শইকীয়া ৰাজ্যপাল হিচাপে মিজোৰামৰ জনসাধাৰণৰ মাজত প্ৰিয় হৈ পৰিল।

এইখিনিতে অন্য এটা ঘটনালৈ মনত পৰিছে। কেন্দ্ৰীয় চৰকাৰে শইকীয়াক যেতিয়া মিজোৰামৰ উপৰাজ্যপাল নিযুক্তি দিয়ে তেতিয়া মিজোৰামৰ মুখ্যমন্ত্ৰী লালডেংগাই অসন্তুষ্টি প্ৰকাশ কৰিছিল। পিছে শইকীয়াক প্ৰথম সাক্ষাত কৰি বাহিৰলৈ ওলাই আহি লাল ডেংগাই নিজৰ মত এনেদৰে প্ৰকাশ কৰিছিল যে তেওঁলোকে উপযুক্ত আৰু পাকৈত ৰাজনৈতিক প্ৰশাসক এজনক ৰাজ্যপাল হিচাপে পাইছে। ইয়াৰ সত্যতা পিছত তেওঁৰ জনপ্ৰিয়তাই প্ৰমাণ কৰিলে। সেই সময়ত কেন্দ্ৰীয় শাসিত এই পৰ্বতীয়া সৰু ৰাজ্যখনত সাধাৰণ লোকে অতি কঠোৰ জীৱন যাপন কৰিছিল। মিজোৰামৰ অধিবাসী সকলে নিত্য-ব্যৱহৃত প্ৰায় সকলো বস্তুৰ কাৰণে কেন্দ্ৰৰ ওপৰত নিৰ্ভৰ কৰিছিল। শইকীয়াই কাৰ্যভাৰ গ্ৰহণ কৰিয়েই সাধাৰণ মানুহৰ প্ৰয়োজনীয় খাদ্যদ্ৰব্য, কেৰাচিন, ঘৰসজা সামগ্ৰী আদি কম মূল্যতে যোগান ধৰাৰ ব্যৱস্থা কৰিলে। তেওঁ ৰাজ্যপাল হোৱা সময়ত মিজোৰামৰ মিজো নেচনেল ফ্ৰন্ট (MNF) চৰকাৰ শাসনত আছিল। সেই সময়ত মিজোৰামত প্ৰশাসনীয় আৰু ৰাজনৈতিক মহলত কিছু বিশৃংখলতাই দেখা দিছিল। চাৰিওফালে অনিয়ম আৰু দুৰ্নীতিৰ অভিযোগ। অৱশেষত ৰাজনৈতিক অস্থিৰতাৰ ফলস্বৰূপে মিজো নেচনেল ফ্ৰন্ট চৰকাৰৰ পতন ঘটিল আৰু ৰাজ্যখনত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তিত হ'ল। ৰাজ্যপালৰ দায়িত্বত থকা শইকীয়াৰ ওপৰত গধুৰ দায়িত্ব আহি পৰিল। অতি বিচক্ষণতাৰে আৰু নিষ্ঠাৰে তেওঁ সেই দায়িত্ব পালন কৰি পাহাৰীয়া মিজোৰামৰ সৰল অধিবাসীসকলৰ মাজৰ পৰা বিশৃংখলতাৰ পৰিৱেশ আঁতৰাই এক সুস্থিৰ অৱস্থাৰ সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল। মাথোন এটা মাহৰ ভিতৰতে জনসাধাৰণে খাদ্যদ্ৰব্য, কেৰাচিন আদি অত্যাৱশ্যকীয় সামগ্ৰীসমূহ অতি কম মূল্যতে লাভ কৰিলে। এমাহৰ আগতে প্ৰতি কিলো প্ৰায় ২০ টকা মূল্যত বিক্ৰী হোৱা চাউলৰ মূল্য ৫ টকালৈ হ্ৰাস পালে। মিজোৰামত ৪২

খন নতুন সুলভ মূল্যৰ দোকান স্থাপন হ'ল। সহজ সৰল পাহাৰীয়া মিজোবাসী সকলৰ আশীৰ্বাদ ৰাজ্যপাল শইকীয়াৰ ওপৰত বৰষিবলৈ ধৰিলে।

মিজোৰামত শইকীয়াৰ এক উল্লেখযোগ্য সফলতা ৰাজ্যখনত পানীৰ অভাৱ হ্রাস কৰা। শীতকালত এবাল্টি পানী ৩০ টকাতকৈও অধিক মূল্যত বিক্রী হৈছিল। ফলত জনসাধাৰণে পানীৰ অভাৱত জীয়াতু ভুগিছিল। ৰাজ্যপাল হৈয়ে শইকীয়াই মিজোৰামৰ পানী যোগানৰ স্থায়ী ব্যৱস্থা কৰিবলৈ যত্ন কৰিলে। যদিও দহবছৰৰ আগৰে পৰাই মিজোৰামৰ ৰাজধানী আইজালত পানী যোগান প্রকল্প এটা গঢ়ি তোলাৰ বাবে প্রচেষ্টা চলিছিল, পানীৰ ব্যৱসায়ীৰ কুচক্রান্তৰ ফলত সেই প্রচেষ্টা সফল হোৱা নাছিল। শইকীয়াই যুদ্ধকালীন ক্ষিপ্রতাৰে অতি কম সময়ৰ ভিতৰতে স্থায়ী পানীযোগানৰ প্রকল্পৰ কাম শেষ কৰি আইজালৰ অধিবাসী সকলৰ বহুদিনীয়া অভাৱ অন্ত কৰিবলৈ সমৰ্থ হ'ল আৰু এক অভিলেখৰ সৃষ্টি কৰিলে। ১৯৮৭ চনৰ ডিচেম্বৰ মাহৰ ভিতৰতে মিজোৰামৰ মুঠ ৭৩৭ খন গাঁৱৰ ভিতৰত ২৯৩ খন গাঁৱত পানীযোগান ব্যৱস্থা সম্পূৰ্ণ হ'ল। বাকী কেইখন গাঁৱতো ১০৫ টি পানীযোগান প্রকল্পৰ সহায়ত পানী যোগোৱাৰ ব্যৱস্থা কৰা হ'ল।

মিজোৰামৰ যাতায়তৰ অসুবিধা দূৰ কৰিবলৈ তেওঁ ১৯৮৭-৮৮ খৃষ্টীয় বছৰতে ৭৮ কি.মি. পথ নিৰ্মাণ কৰে, দাৰজকাইত ২০ টন মাৰ-নাৱৰ এটা প্রকল্পৰ কামো সম্পূৰ্ণ হয়। নতুনকৈ তিনিটা বিভাগ আৰু ছটা মহকুমা স্থাপন কৰা হ'ল। স্বাস্থ্যবিভাগৰ দিশতো শইকীয়াই মনোনিবেশ কৰিলে। কৰ্থা (Kaurthah)ত ৩০ খন বিচনাযুক্ত এখন হস্পিতেলৰ নিৰ্মাণ কাৰ্য সম্পূৰ্ণ হয়। ইয়াৰ উপৰিও থিং দ'ল (Thing Dawl)ত এটা জিৰণি ভৱন (Rest House), মেট উপত্যকাৰ জলবিদ্যুৎ উৎপাদন আৰু জলসিঞ্চন কেন্দ্ৰৰ নিৰ্মাণৰ কাম শইকীয়াৰ যত্নতে মিজোৰামত সম্পূৰ্ণ কৰা হয়।

ৰাজ্যখনত বনাঞ্চল সংৰক্ষণৰ কাৰণে তেওঁ কেইবাখনো আঁচনি হাতত লয়। সুচাৰুৰূপে কাৰ্য পৰিচালনা কৰিবলৈ বনবিভাগত কিছু সাল-সলনিও ঘটায়। গবেষণা আৰু উন্নতি শিতানত এটা চাৰ্কোল গঠন কৰি এজন মুখ্য সংমণ্ডল বনাঞ্চল বিষয়া (Conservator of Forest)ৰ তত্ত্বাৱধানত ৰাখে। ১৯৮৭-৮৮ খৃষ্টীয় বছৰত মিজোৰামত ৯০০০ হেক্টৰ মাটিত বৃক্ষ ৰোপনৰ কাম সম্পূৰ্ণ কৰা হয়।

পৰ্যটন বিভাগৰ উন্নতিৰ বাবেও শইকীয়াই নতুন আঁচনি হাতত লয়। ইয়াৰ বাবে নতুন সঞ্চালকালয় (Directorate) খোলে। কোলাচিবত নতুনকৈ এটা পৰ্যটন নিবাস আৰু থিং দলত এখন বেষ্টোৰা চৰকাৰী উদ্যোগত নিৰ্মাণ কৰে।

ইয়াৰ উপৰিও লুৱাংমুৱাল (Luangmual) যাত্ৰীনিবাস আৰু চামফাইৰ পৰ্যটক নিবাস নিৰ্মাণৰ কামো শইকীয়াই এই চমু সময়খিনিতে আৰম্ভ কৰে।

ৰাজ্যখনত শিক্ষাৰ সুবিধাৰ বাবেও তেওঁ সততে দৃষ্টি ৰাখিছিল। নতুনকৈ ডিৰেক্টৰেট ফ'ৰ ইউনিভাৰচিটি এডুকেচন (Direcatorate for University Education) আৰু আৰ্ট আৰু কালচাৰ (Art and Culture) স্থাপন কৰাৰ ব্যৱস্থা ৰাজ্যখনত কৰা হ'ল। লুংলেৰ পলিটেক্নিক আৰু প্ৰাইমাৰী আৰু হাইস্কুল পৰ্যায়ৰ শিক্ষানুষ্ঠানসমূহ উন্নীত কৰিবলৈ বিভিন্ন আঁচনি প্ৰস্তুত কৰা হ'ল। ৩৬ খন মধ্য বিদ্যালয় আৰু ১৬ খন উচ্চ ইংৰাজী বিদ্যালয়ো এইসময়তে স্থাপন কৰা হ'ল। কোলাচিব কলেজত (Kolasib College) নতুনকৈ বিজ্ঞানৰ এটা শাখা খোলা হ'ল।

ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইনষ্টিটিউতত নতুনকৈ দুটা বিষয় ক্ৰমে Confectionary আৰু Bakery অন্তৰ্ভুক্ত কৰা হ'ল।

মিজোৰামৰ শিল্পৰ উন্নতিৰ বাবে শইকীয়াই অন্য কেইবাখনো আঁচনি এই সময়তে গ্ৰহণ কৰে। আদা তেল (Ginger Oil) আৰু অলেঅ'ৰেজিন (Oleoresin) প্ৰস্তুত উদ্যোগ চাইৰাঙত স্থাপন কৰিলে। বছৰি ১২০০ মেট্ৰিক টন আদাৰ তেল প্ৰস্তুত (Process) কৰিব পৰা ক্ষমতাসম্পন্ন এই কেন্দ্ৰই বৰ্তমান ৰাজ্য খনৰ বহুলোকক সুবিধা দিছে। মিজোৰামৰ অৰ্থনৈতিক উন্নতি সাধনৰ কাৰণে শইকীয়াই অশেষ যত্ন কৰিছিল। কৃষিৰ উন্নতি কৰি ৰাজ্যখন আত্মনিৰ্ভৰশীল কৰিবলৈ প্ৰধানকৈ শীতকালীন ধান উৎপাদনৰ ক্ষেত্ৰত চৰকাৰৰ পৰা সহায় আগবঢ়োৱা হৈছিল। কৃষক সকলক সহায় কৰিবলৈ বুলডজাৰ কিনা হৈছিল আৰু তাৰ সহায়ত বহু পাহাৰীয়া সমতল অঞ্চল খেতিৰ উপযোগী কৰিও তোলা হৈছিল। ১৯৮৭-৮৮ চনৰ ভিতৰত মিজোৰামে ৪৮০০০ মেট্ৰিক টন ধান উৎপাদন কৰে। ইয়াৰ উপৰিও ১৮ কিলোমিটাৰ দীৰ্ঘ পথ এটা নিৰ্মাণ কৰি কৃষিৰ উৎপাদন অঞ্চলসমূহ সংযোগ কৰে আৰু ২৫৯ হেক্টৰ মাটি ক্ষুদ্ৰ জলসিঞ্চন আঁচনিৰ অন্তৰ্গত কৰে। জুমখেতি নিয়ন্ত্ৰণ কৰি জনসাধাৰণৰ সংস্থানৰ বিকল্প ব্যৱস্থা দিবলৈ তেওঁ যত্ন কৰিছিল। সেই উদ্দেশ্যে আইবক (Aibawk) ব্লকত প্ৰথমে ভাৰত চৰকাৰৰ বিশেষজ্ঞ আৰু পৰিকল্পনা আয়োগৰ সদস্য সকলৰ লগত আলোচনা কৰি প্ৰথম আঁচনিৰ কাম আৰম্ভ কৰে। কৃষি, ভূমি সংৰক্ষণ, বনবিভাগ, মীনপালন, পশুপালন আদিও এই আঁচনিত অন্তৰ্ভুক্ত কৰি প্ৰথমতে প্ৰায় ২০০০ টা পৰিয়ালক সুবিধা প্ৰদান কৰা হ'ল। মিজোৰামৰ চিমটুইপুইতো (Chimtuipui) এনে এটা আঁচনি আৰম্ভ কৰা হ'ল।

পশুপালনৰ ক্ষেত্ৰত উন্নত বীজৰ গৰু-ম'হ, প্ৰজননৰ বাবে মামপুই (Mampui)ত এখন ফাৰ্ম, লুংফেৰ (Lungpher)ত এখন হাঁহৰ ফাৰ্ম আৰু

তান্‌হ্ৰিল (Tanhril)ত এখন বয়লাৰ কুকুৰা ফাৰ্মো নতুনকৈ আৰম্ভ কৰা হ'ল। আইজাল আৰু লুংলেত দুখন পশু চিকিৎসালয় ১৯৮৭-৮৮ চনত স্থাপন কৰা হয় আৰু ৩০ খন প্ৰাথমিক পশু চিকিৎসালয় আৰু ৮০ টা গ্ৰাম্য পশু চিকিৎসাকেন্দ্ৰ স্থাপন কৰা হয়। সেই সময়তে ৮৪ টা বায়োগেছ কেন্দ্ৰও মিজোৰামত নতুনকৈ স্থাপন কৰা হ'ল। ভূমি সংৰক্ষণৰ বিভাগ এটা নতুনকৈ নাথিয়াল (Hnahthial)ত স্থাপন কৰি ৭০৪টা পৰিয়ালক শস্য উৎপাদন কৰাত আৰু ২৩৪টা পৰিয়ালক বেদিকা (Terrace) নিৰ্মাণ কৰাত সহায় কৰিলে।

শইকীয়াৰ উদ্যোগতে লুংলেত ইলেক্‌ট্ৰনিক টেলিফোন এক্সচেঞ্জৰ কাম সম্পূৰ্ণ কৰা হয়। তদুপৰি আইজালত ইলেক্‌ট্ৰনিক টেলিফোনৰ সম্প্ৰসাৰণো এইসময়তে কৰা হয়।

ৰাজ্যখনৰ সামাজিক আৰু অৰ্থনৈতিক উন্নতিৰ কাৰণে এইদৰে নানান আঁচনি ৰূপায়িত কৰি শইকীয়া হ'ল অতি প্ৰিয়— সবাতোকৈ জনপ্ৰিয়।

মিজোৰামৰ বুৰঞ্জীত শইকীয়াৰ অন্য এক কাৰ্য লিপিবদ্ধ হৈ থাকিব। পঞ্চাশৰ দশকৰ শেষৰ ফালৰ পৰা মিজোৰামত (সেই সময়ত জিলা) এক যুগান্তকাৰী ঘটনাৰ সূত্ৰপাত হৈছিল। ১৯৫৮ চনৰ শেষৰ ফালে ইয়াত এটা মৌতাম বা খাদ্য সংকটে দেখা দিছিল। খাদ্যৰ অনাটনত পীড়িত লোকসকলক সাহায্য কৰাৰ উদ্দেশ্য আগত লৈ ১৯৫৯ চনত মিজো নেশ্যনেল পাৰ্টি গঠিত হয় আৰু '৬৬ চনত পূৰ্ণ স্বাধীনতাৰ দাবীত এই সংগঠনে বিদ্ৰোহ আৰম্ভ কৰে। এই ঘটনাৰ পিছৰ পৰা প্ৰাণোচ্ছল আৰু কৰ্মঠ মিজোসকলৰ জীৱনলৈ আহিল পৰিবৰ্তন। আৰ্থ-সামাজিক পৰিবৃৰ্তন। উগ্ৰপন্থী সকলে আনকি নিৰীহ গাঁওবাসী সকলৰ ওপৰত জোৰ-জুলুম, অত্যাচাৰ-উৎপীড়ন আদিও কৰিবলৈ ধৰিলে। মিজো উগ্ৰপন্থীৰ বহুলোক সমাজৰ পৰা আঁতৰি গ'ল। তেওঁলোকে প্ৰায় কুৰি বছৰ মিজোৰামৰ দুৰ্গম অৰণ্যৰ মাজত থাকি অতি কষ্টকৰ জীৱন যাপন কৰিবলৈ ধৰিলে। পিছত চৰকাৰৰ প্ৰচেষ্টাত এইসকল লোকে আত্মসমৰ্পণ কৰি স্বাভাৱিক জীৱনলৈ উভতি আহিবলৈ বাধ্য হ'ল। ৰাজ্যপাল হিতেশ্বৰ শইকীয়াই এই আত্ম-সমৰ্পণকাৰী উগ্ৰপন্থী সকলক আইজালৰ উপকণ্ঠৰ মাওমুৱালত (Maumual) সংস্থাপিত কৰি দিয়াৰ উপৰিও আশ্বাস দিলে তেওঁলোকৰ সংস্থাপনৰ সকলো দায়িত্ব বহণ কৰিব বুলি। এই গধুৰ দায়িত্ব মূৰ পাতি লৈ তেওঁ ১৯৮৭ চনত প্ৰায় ২০০ লোকক কৰ্মসংস্থানৰ ব্যৱস্থা কৰি দিলে। ৪০,০০০ টকালৈকে সেই সকল লোকক ঘৰ বান্ধিবলৈ অৰ্থ সাহায্য দিলে। এই ব্যৱস্থাৰ ফলত মিজোৰামলৈ শান্তি উভতি আহিল, মিজোৰামৰ গাঁও অঞ্চলত বসবাস কৰা নিৰীহ লোকসকল সশস্ত্ৰ উগ্ৰপন্থীৰ আতংকৰ পৰা ৰক্ষা পৰিল। ৰাজ্যখনৰ ১২ খন বাতৰি কাকতৰ সম্পাদকীয়ত হিতেশ্বৰ শইককীয়াৰ ভূয়সী প্ৰশংসা

কৰা হ'ল। মিজোৰামৰ শান্তিপ্ৰিয় জনসাধাৰণ আনন্দত আত্মহাৰা হৈ তেওঁলোকৰ প্ৰিয় ৰাজ্যপাল জনক দেখা কৰিবলৈ ব্যাকুল হৈ পৰিল। আইজালৰ ৰাজভৱনলৈ জনস্ৰোত ববলৈ ধৰিলে। শইকীয়াই জনসাধাৰণৰ মাজত এই বিশ্বাস আনি দিলে যে মূল সুঁতিৰ লগত থাকি সমাজৰ উন্নতিৰ হকে কাম কৰাই বাঞ্ছনীয়। হিংসাৰ দ্বাৰা কোনো সমস্যাৰ সমাধান নহয়। হতাশাৰ সলনি মিজোবাসীৰ মনত গভীৰ আস্থা আৰু প্ৰত্যয়ৰ বীজ ৰোপণ কৰিবলৈ শইকীয়া সমৰ্থ হ'ল। ই শইকীয়াৰ এক যুগান্তকাৰী সাফল্য। শইকীয়া হৈ পৰিল এক ঐতিহাসিক পুৰুষ। জন-মানসত।

মিজোৰামলৈ স্বাভাৱিক অৱস্থা ঘূৰি অহাৰ লগে লগে ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে ৰাজ্যখনৰ পৰিস্থিতিৰ বুজ লবলৈ শইকীয়াক দিল্লীলৈ আমন্ত্ৰণ জনালে। ইতিমধ্যে শইকীয়াই মিজোৰামৰ পৰিস্থিতি বিশ্লেষণ কৰি ৰাজ্যখনৰ স্বাভাৱিক অৱস্থা ঘূৰি অহাৰ বাতৰি দিয়াৰ লগতে নিৰ্বাচন পতাৰ সপক্ষে নিজৰ মত ৰাজীৱ গান্ধীক অৱগত কৰিলে। আনকি নিৰ্বাচন হ'লে কংগ্ৰেছ(ই) দল মিজোৰামত ক্ষমতালৈ আহিব বুলি ভৱিষ্যৎ-বাণীও কৰিলে। মিজোৰামত নিৰ্বাচন সম্পন্ন হ'ল। সুচাৰুৰূপে। সুকলমে। শইকীয়াৰ ভৱিষ্যৎ-বাণী ফলিয়ালে। এসময়ৰ জনপ্ৰিয় নেতা আগৰ মুখ্যমন্ত্ৰী লালডেঙা আৰু ক্ষমতাধিষ্ঠিত এম. এন. এফ.ৰ দল ক্ষমতাচ্যুত হ'ল। নিৰ্বাচনত জয়লাভ কৰি কংগ্ৰেছ(ই) দলে ক্ষমতা দখল কৰিবলৈ সক্ষম হ'ল। কংগ্ৰেছ সভাপতি ৰাজীৱ গান্ধী শইকীয়াৰ কৰ্মপটুতাত সন্তুষ্ট হ'ল। শইকীয়াক অসমৰ ৰাজনীতিলৈ পুনৰ আনিবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

## আকৌ অসমৰ ৰাজনীতিত
## ৰাজ্যসভাৰ নিৰ্বাচন

কংগ্ৰেছ (ই) হাইকমাণ্ডৰ নিৰ্দেশমতে— অনিচ্ছাসত্ত্বেও ইতিমধ্যে শইকীয়াই অসমৰ নিৰ্বাচনত নামিব লগা হ'ল। আহিল এক কঠিন পৰীক্ষা। অগ্নি পৰীক্ষা। ১৯৯০ৰ জুনমাহত হোৱা নিৰ্বাচনত ৰাজ্যসভাৰ অসনখনৰ কাৰণে শইকীয়া কংগ্ৰেছ (ই) দলৰ মনোনীত প্ৰাৰ্থীৰূপে যেতিয়া নিৰ্বাচনত নামিব লগা হ'ল, তেতিয়া কংগ্ৰেছ (ই)ৰ সদস্য আছিল নিচেই কম। মাথোন ২৫ জন। সকলোকে হতবাক কৰি শইকীয়াই এই নিৰ্বাচনত ৪১ জন সদস্যৰ সমৰ্থন লাভ কৰিলে। এইটো সম্ভৱ হ'ল কেৱল বিৰোধী পক্ষৰ নেতাসকলৰ লগত থকা শইকীয়াৰ ব্যক্তিগত সৌহাৰ্দ্য আৰু তেখেতসকলৰ এইজন ৰাজনীতিজ্ঞৰ প্ৰতি থকা গভীৰ বিশ্বাস আৰু আস্থাৰ বাবে। নিৰ্বাচনত ৪১ জন সদস্যৰ সমৰ্থন পোৱা সত্ত্বেও দুনীতিপৰায়ণ পিষয়াৰ কুচক্ৰান্তত তেওঁ অন্যায়ৰ বলি হ'ল। ১৯৯০ৰ ১৩

জুনৰ দিনা অন্যায়ভাবে ভোট গণনা কৰি মাত্ৰ এটা ভোটৰ বাবে শইকীয়াক এই নিৰ্বাচনত পৰাজিত কৰোৱা হ'ল। উল্লেখযোগ্য যে প্ৰথম পৰ্যায়ৰ গণনাত জয়ী হোৱা সত্ত্বেও দ্বিতীয় পৰ্যায়ৰ গণনাত অবৈধভাৱে শইকীয়াক পৰাজিত বুলি ঘোষণা কৰা হ'ল। পিছে এই বাতৰিয়ে শইকীয়াক অকণো বিচলিত কৰিব নোৱাৰিলে। জীৱনত এইদৰে কোনো দিনেই পৰাজয়ৰ সন্মুখীন হ'ব নলগা শইকীয়া এইবাৰ সাহসেৰে অন্যায়ৰ বিৰুদ্ধে থিয় হ'ল। প্ৰথমে উচ্চ ন্যায়ালয় আৰু পিছত উচ্চতম ন্যায়ালয়ৰ ওচৰ চাপিল— ন্যায় বিচাৰি। ন্যায়ালয়ৰ সিদ্ধান্তই প্ৰমাণ কৰিলে যে অন্যায়ভাবে ভোট গণনা কৰি শইকীয়াৰ প্ৰতি চৰকাৰে অবিচাৰ কৰিলে। এই ঘটনাই হিতেশ্বৰ শইকীয়াৰ ভাৱমূৰ্তি জনসাধাৰণৰ মাজত উজ্জ্বলহে কৰিলে।

## কংগ্ৰেছ সভাপতি

অসমৰ ৰাজনীতিলৈ উভতি অহাৰ লগে লগে শইকীয়াৰ ওপৰত গধূৰ দায়িত্ব অৰ্পণ কৰা হ'ল। তেওঁ অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি হিচাবে কাৰ্যভাৰ গ্ৰহণ কৰিব লগাত পৰিল। সেইসময়ত অসমত কংগ্ৰেছ (ই) দলৰ অৱস্থা তেনেই শোচনীয়। দলপতি হ'বলৈ শইকীয়াৰ দৰে কঠোৰ পৰিশ্ৰমী আৰু সুসংগঠক সবল নেতৃত্বৰ অধিকাৰী ৰাজনীতিজ্ঞৰ বাহিৰে কোনো বিকল্প নাছিল। শইকীয়াক সভাপতিৰূপে পাই অসমৰ কংগ্ৰেছ (ই) দল পুনৰ সঞ্জীৱিত হ'ল। অতি বিচক্ষণতাৰে, নিপুণতাৰে মৰহি যোৱা এই দলটোক তেওঁ সংগঠিত কৰি আনিলে। শইকীয়াৰ ওপৰত এই সময়ত অন্য এক গধূৰ দায়িত্ব আহি পৰিল। ১৯৯০ৰ সংসদী নিৰ্বাচন। উত্তৰ-পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যৰ পৰ্যবেক্ষকৰ দায়িত্ব শইকীয়াক অৰ্পণ কৰা হ'ল। নিজে অক্লান্ত পৰিশ্ৰম কৰি আৰু লগতে দলৰ কৰ্মীসকলক সুসংগঠিতভাৱে নিয়োগ কৰি এই অঞ্চলৰ প্ৰায়বোৰ আসন কংগ্ৰেছ (ই)ৰ হাতলৈ আনিবলৈ তেওঁ সক্ষম হয়। এই নিৰ্বাচনত মণিপুৰৰ দুয়োখন আসন কংগ্ৰেছে লাভ কৰিলে। ত্ৰিপুৰাৰ দুয়োখন আসন শক্তিশালী চি.পি.এম. দলৰ হাতৰ পৰা কংগ্ৰেছৰ হাতলৈ আহিল। মিজোৰামৰ একমাত্ৰ আসনখনত কংগ্ৰেছ (ই) দলে জয়লাভ কৰিলে। এই সকলোবোৰ সম্ভৱ হৈছিল কেৱলমাত্ৰ শইকীয়াৰ কঠোৰ পৰিশ্ৰম, ৰাজনৈতিক ৰণকৌশল, লগতে বিচক্ষণতাৰ ফলত। উল্লেখযোগ্য যে হিতেশ্বৰ শইকীয়াৰ প্ৰচেষ্টাতে কংগ্ৰেছ (ই) দলৰ সকলো নেতাই নিজৰ মাজৰ পাৰস্পৰিক ভেদভাৱ পাহৰি একগোট হৈ যুঁজি এনে অসাধ্য সাধন কৰিব পাৰিলে। উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনৰ নেতাসকলৰ মাজত শইকীয়াৰ স্থান সেয়েহে অতি উচ্চ।

সাংবাদিক গিৰিশ চন্দ্ৰ শৰ্মাদেৱে এই বিষয়ে এনেদৰে মন্তব্য কৰিছে—

"এজন ৰাজনৈতিক নেতা হিচাপে শইকীয়াই নিজৰ ভাৱমূৰ্তি এনেভাৱে গঢ়ি তুলিছে যে উত্তৰ-পূৰ্বাঞ্চলৰ লগত সম্পৰ্ক ৰখা যিকোনো সচেতন অসমীয়াই তাৰবাবে গৌৰৱবোধ নকৰি নোৱাৰে।"

## অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ অৱনতি

১৯৯০ আৰু ১৯৯১ৰ আগভাগত অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ অধিক অৱনতি ঘটিল। চাৰিওফালে সন্ত্ৰাস, হতাশা, ভয়, অপহৰণ, লুণ্ঠন আদিয়ে অসমৰ জনজীৱন দুৰ্বহ কৰি তুলিলে। সকলোতে কেৰোণ লাগিল। মানুহৰ নিৰাপত্তা নোহোৱা হ'ল। সমাজ হ'ল ৰোগগ্ৰস্ত। স্খলন হ'ল নৈতিকতাৰ। বিপ্লৱী হ'ল বহু অসমীয়া ডেকা-গাভৰু। আৰম্ভ হ'ল সন্ত্ৰাসবাদীৰ কাৰ্যকলাপ। মৃত্যু ঘটিল অসংখ্য লোকৰ। অনাহকতে। উত্তপ্ত হ'ল পৰিস্থিতি। মৃত্যু মুখত পৰিল বহু সংখ্যক কংগ্ৰেছ (ই) কৰ্মী। অবাবতে। শইকীয়াৰ সহোদৰ ৰোহিণী আৰু ভতিজা অভিযন্তা প্ৰদীপো এই সন্ত্ৰাসবাদৰ বলি হ'ল। আনকি বাদ নপৰিল প্ৰবীণ সাংবাদিক মুক্তিযুজাৰু কমলা শইকীয়াও। কিন্তু সহোদৰ ৰোহিণী, পুত্ৰসম প্ৰদীপ আৰু অসংখ্য সহকৰ্মীৰ মৃত্যুতো বিচলিত নহ'ল তেওঁ অকণো। ক্ষন্তেকৰ বাবেও। সাহসেৰে দৃঢ়তাৰে সকলো আঘাত সহ্য কৰি গ'ল। নিৰ্বিবাদে। আশা কেৱল এটা। ৰক্ষা কৰিব লাগিব অসমৰ ৰাইজক এই গভীৰ হতাশা আৰু দুৰ্যোগৰ পৰা। ৰাজ্যখনৰ শ শ লোকৰ তেওঁৰ প্ৰতি থকা গভীৰ বিশ্বাসৰ বাবে ৰাইজৰ প্ৰতি থকা কৰ্তব্য শইকীয়াই উপেক্ষা কৰিব নোৱাৰিলে। সেয়েহে পত্নী ড° হেমপ্ৰভা শইকীয়াই এই বিষয়ে এনেদৰে কৈছে—

"বাৰম্বাৰ মানসিক আঘাতে অন্তৰ ভাঙি চূৰমাৰ কৰিলেও মানুহজনক সাহসী আৰু দৃঢ় কৰি তুলিছিল। দেশখনৰ দুইকোটি বাইশ লাখ মানুহৰ চকুপানীয়ে ভাতৃহত্যাৰ বেদনা উটুৱাই লৈ গৈছিল আৰু নতুন এক সংকল্পৰে দীপ্তিমান হৈ পৰিছিল। সেই সংকল্প এই দুই কোটি বাইশ লাখ মানুহৰ স্বাৰ্থত।"

তথাকথিত সাংবাদিকৰ বহু সংবাদপত্ৰই শইকীয়াক সমালোচনা কৰিলে। অযথা চলোৱা হ'ল শইকীয়াৰ বিপক্ষে অনেক বিভ্ৰান্তিকৰ প্ৰচাৰ। হকে বিহকে। অবিৰামভাৱে। নানান আখ্যাৰে। কিন্তু এই পটভূমিৰ নায়ক কোন? হিতেশ্বৰ শইকীয়া? অসমৰ এই কলংকিত অধ্যায়ৰ আচল নায়ক কোন (?) এই কথা ইতিহাসে কব। বিচাৰ কৰিব ইতিহাসে।

অসমত অসম সংযুক্ত মুক্তি বাহিনী (ULFA) ৰ সমস্যা সেইসময়ত অধিক প্ৰকট হৈ পৰিছিল। আনফালে সদৌ বড়ো ছাত্ৰ সন্থাই (ABSU) বড়ো-অধ্যুষিত

এলেকাত বড়ো ৰাজ্য গঠনৰ বাবে দাবী উত্থাপন কৰিছিল। উল্লেখযোগ্য যে এই দাবী বহুদিনৰ আগৰ পৰাই তেওঁলোকে উত্থাপন কৰি আহিছে। পুনৰ অশান্তিৰ সূত্ৰপাত হ'ল।. গোৱালপাৰা, কোকৰাঝাৰ আদি বড়ো অধ্যুসিত অঞ্চল অশান্ত হৈ পৰিল। বিফল হ'ল চৰকাৰ সন্ত্ৰাস দমনত। সম্পূৰ্ণভাৱে। অসমত অধিষ্ঠিত সেই সময়ৰ গণ পৰিষদ চৰকাৰৰ চৰম ব্যৰ্থতাৰ ফলত অসম হ'ল পুনৰ অগ্নিগৰ্ভা। সুযোগ-সন্ধানী দুষ্টচক্ৰই সুযোগ গ্ৰহণ কৰিলে। ধৰ্ষণ, হত্যা, লুণ্ঠন আদিৰ সংখ্যা বৃদ্ধি হ'ল। ক্ৰমাগত ভাবে। বোমা বিস্ফোৰণ হ'ল। আৰম্ভ হ'ল অৰাজকতা। প্ৰশাসনৰ ব্যৰ্থতাই বাট মোকোলালে ৰাষ্ট্ৰপতি শাসনৰ। বাধ্য কৰোৱা হ'ল কেন্দ্ৰীয় চৰকাৰক অসমৰ ৰাজনীতিত হস্তক্ষেপ কৰিবলৈ। ১৯৯১ চনৰ ৮ জানুৱাৰীত প্ৰফুল্ল কুমাৰ মহন্তৰ নেতৃত্বাধীন তদানীন্তন অগপ চৰকাৰৰ ৫ বছৰীয়া শাসন কালৰ ম্যাদ শেষ হ'ব লাগিছিল যদিও কেইবাটাও সশস্ত্ৰ সংগঠনৰ হিংসাত্মক কাৰ্যকলাপৰ ফলত অসমৰ আইন শৃংখলা পৰিস্থিতিৰ অৱনতি ঘটিছিল। ইয়াবে অৱধাৰিত ফলস্বৰূপে তেতিয়াৰ কেন্দ্ৰত অৱস্থিত চন্দ্ৰশেখৰৰ নেতৃত্বাধীন চৰকাৰে অসমৰ আইন শৃংখলা ৰক্ষা কৰিবৰ উদ্দেশ্যে ১৯৯০ চনৰ ২৭ নৱেম্বৰৰ নিশা অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰিলে। প্ৰণিধানযোগ্য যে কেন্দ্ৰীয় চৰকাৰে একে সময়তে সমগ্ৰ উজনি অসম উপদ্ৰুত এলেকা হিচাপেও ঘোষণা কৰিলে। লগতে সশস্ত্ৰ বাহিনী বিশেষ ক্ষমতা আইন প্ৰয়োগ কৰি আলফা আৰু নগালেণ্ডৰ এন.এছ্.চি.এন. নামৰ সংগঠন দুটাক বে-আইনী বুলি ঘোষণা কৰিলে। অপ্ৰত্যাশিত ভাবে আৰম্ভ হ'ল অসমত অপাৰেচন বজৰঙ্গ। অসমৰ ৰাজ্যপাল আছিল দেৱীদাস ঠাকুৰ। ৰাষ্ট্ৰপতিৰ শাসনৰ কালছোৱা ৰাইজৰ বাবে শ্বাসৰুদ্ধ উৎকণ্ঠাৰ সময়। অপাৰেচন বজৰঙ্গই আলফাৰ শীৰ্যস্থানীয় নেতৃবৃন্দক কৰায়ত্ব কৰিবলৈ বিশেষ সক্ষম নহ'ল যদিও সংগঠনটোৰ বহু গোপন সম্ভেদ পাবলৈ কিন্তু সক্ষম হ'ল।

## অসমৰ নিৰ্বাচন

আলফাৰ সৈতে কেন্দ্ৰীয় চৰকাৰৰ আলোচনাৰ বিষয়ে গুণা-গঁঠা কৰি থকা অৱস্থাতে নাটকীয়ভাৱে ১৫ মাৰ্চত (১৯৯১) ৰাজ্যপাল দেৱীদাস ঠাকুৰে পদত্যাগ কৰে। কাৰ্যভাৰ গ্ৰহণ কৰিলে নতুন ৰাজ্যপাল লোকনাথ মিশ্ৰই। সেইদিনা আছিল ১৭ মাৰ্চ। সেই সময়তে কেন্দ্ৰত প্ৰধানমন্ত্ৰী চন্দ্ৰশেখৰে পদত্যাগ কৰিলে। সেই পৰিস্থিতিত অৱশ্যম্ভাৱীভাৱে মধ্যকালীন লোকসভা নিৰ্বাচন অনুষ্ঠিত হোৱাৰ পটভূমি ৰচনা হ'ল। দেশজুৰি নিৰ্বাচনৰ প্ৰৱল বতাহ বলিবলৈ ধৰিলে। অসমতো। ৰাজ্যখনত লোকসভাৰ ১৪ খন আসনৰ লগতে বিধান সভাৰ নিৰ্বাচনৰ দিন

ঘোষণা কৰা হ'ল। ৬ আৰু ৮ জুন (১৯৯১) এই দুটা দিনত দুটা পৰ্যায়ত অসমত ভোট গ্ৰহণৰ দিন ধাৰ্য কৰিলে।

এই নিৰ্বাচনৰ বতৰত ভাৰতৰ লগতে অসমৰ ৰাজনৈতিক জগততো এক উল্লেখযোগ্য ঘটনা ঘটিল। ১৯৯১ৰ ২১ মে'ত ভাৰতৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধী তামিলনাডুৰ শ্ৰীপিৰামবুদুৰত নিৰ্বাচনী মিটিঙত ভাষণ দিবলৈ যাওঁতে তামিল উগ্ৰপন্থীৰ হাতত নিহত হ'ল। ইফালে অসমত আগৰ শাসনাধীস্থ অগপ দল দুভাগত বিভক্ত হৈ ন-অগপ আৰু অগপ নামেৰে নিৰ্বাচনী যুঁজত নামিল।

অসমত দুটা পৰ্যায়ত আৰম্ভ হোৱা নিৰ্বাচনী প্ৰক্ৰিয়াত ৬ জুনত ৫৮ টা বিধান সভা সমষ্টি আৰু ৭ টা লোকসভা সমষ্টিৰ নিৰ্বাচনী পৰ্ব আৰম্ভ হ'ল। শইকীয়া নামিল এই নিৰ্বাচনত নাজিৰা সমষ্টিত। শান্তিপূৰ্ণভাবে নিৰ্বাচন অনুষ্ঠিত হ'ল। ৬ জুনত নাজিৰাত ৰাইজৰ মাজত দীৰ্ঘদিন ধৰি পোৱা যন্ত্ৰণাৰ পৰিসমাপ্তি ঘটাৰ এক আশা।

নিৰ্বাচনত কংগ্ৰেছ (ই)ৰ ফলাফল সম্পৰ্কে হিতেশ্বৰ শইকীয়াই কৈছিল—

"নিৰ্বাচন নিকা আৰু মুক্ত হ'লে আমি জয়ী হম।" (সাক্ষাৎ প্ৰসঙ্গ, অগ্ৰদূত, ১ জুন ১৯৯২)

অসমৰ ৰাইজৰ বাবে এক সংকটপূৰ্ণ সময়। গণতান্ত্ৰিক পদ্ধতিত ভোটদাতাই নিৰ্দিষ্ট সময়ৰ ব্যৱধানত যোগ্যজনক আদৰি অনাৰ সুযোগ পায়। ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে দেশ এখনৰ ভৱিষ্যৎ। অসমৰ ৰাইজেও বিগত বছৰ কেইটাৰ অভিজ্ঞতাৰ পৰা অতি সূক্ষ্মভাবে জুকিয়াই চাই ঠিক কৰিব লগা হ'ল। ক্ষমতাত অধিষ্ঠিত কৰিব কাক (?) এই উভয় সংকট মুহূৰ্তত মানুহে নিজৰ চৰিত্ৰৰ লগৰ মিল থকা পথটোৱেই নিশ্চয় বাচি লয়। এৰিষ্টটলৰ মতেও যেতিয়া দুটা পথৰ মাজত যি কোনো এটা পথ বাচি ল'ব লগা হয়, তেতিয়া সেই বাচনিত মানুহৰ নিজৰ চৰিত্ৰ ফুটি উঠে। অসমৰ ৰাইজেও হিংসাৰ অবসান ঘটাই শান্তিৰ আগমন হোৱাৰ বাবে অপেক্ষা কৰিছিল। একান্তমনে। মনে প্ৰাণে। সেয়েহে সমৰ্থন আগবঢ়ালে জনসাধাৰণে কংগ্ৰেছ (ই) লৈ। বিপুল ভাবে। হতাশাগ্ৰস্ত সহস্ৰ জনতাই তেওঁলোকৰ নিৰ্বাচিত চৰকাৰলৈ চাই আছে গভীৰ আত্ম প্ৰত্যয়েৰে। সমস্যাৰ আশু সমাধানাৰ্থে। সমস্যা সমাধানৰ বাটকটীয়া বিচক্ষণ ৰাজনীতিক হিতেশ্বৰ শইকীয়াদেৱ নিজে। গতিকে তেওঁৰ দায়িত্ব কিমান গধূৰ ই সহজে অনুমেয়।

## আকৌ মুখ্যমন্ত্ৰী

১৯৯১ চন। সেইদিনা আছিল সোমবাৰ। ঘোষণা কৰা হ'ল নিৰ্বাচনৰ ফলাফল। অসমৰ ১২৬ জনীয় বিধানসভাত কংগ্ৰেছ (ই) দলে লাভ কৰিলে

৬৫ খন আসন। অপ্রত্যাশিতভাবে। নিৰংকুশ সংখ্যাগৰিষ্ঠতাৰে। তেওঁলোকে চৰকাৰ গঠন কৰাৰ সুবিধা পালে। ২২ জুনত নির্বাচিত হ'ল হিতেশ্বৰ শইকীয়া বিধায়িনী দলৰ নেতা হিচাপে। সর্বসম্মতিক্রমে দ্বিতীয়বাৰব বাবে। অসমত ২৭ জুনৰ দিনা নতুন মন্ত্রীসভাই শপত গ্রহণ কৰাৰ কথা আছিল যদিও ২৫ জুনত দিশপুৰ চৰকাৰী কর্তৃত্বই নির্মিত কৰা ৰভা মণ্ডপৰ আকস্মিক বিজুতি ঘটাৰ ফলত লগতে সেইদিনাই সন্ধিয়া নতুন দিল্লীলৈ যোৱা হিতেশ্বৰ শইকীয়া প্রয়াত ৰাজীৱ গান্ধীৰ সমাধি স্থলত শ্রদ্ধা নিবেদন জনাই ঘূৰি অহাৰ পথত প্রধানমন্ত্রী পি.ভি. নৰসিংহ ৰাওৰ বাসভৱনৰ সমীপত এক গাড়ী দুর্ঘটনাত সামান্যভাৱে আঘাত পোৱাত এই কার্য সেইদিনা সম্পাদন নহ'ল। এনেবোৰ বিভিন্ন কাৰণত ৩০ জুন ৰবিবাৰৰ দিনা ৰাতিপুৱা ৮-৩০ ত নতুন মন্ত্রীসভাৰ শপত গ্রহণৰ দিন ধার্য কৰা হয়। ৩০ জুনৰ দিনাই হিতেশ্বৰ শইকীয়াৰ নেতৃত্বাধীন ৩৬ জনীয়া কংগ্রেছ (ই) মন্ত্রীসভাই শপত গ্রহণ কৰিলে। লগে লগে ওৰ পৰিল ৭ মাহ জোৰা ৰাষ্ট্রপতি শাসনৰ। সৰু ৰাজ্যখনত মন্ত্রীসভাৰ বৃহৎ কলেৱৰ সম্পর্কে সমালোচনা হ'ল যদিও এই সন্দর্ভত মুখ্যমন্ত্রী শইকীয়াই স্পষ্টকৈ কয়—

"মন্ত্রীসভা গঠনৰ ক্ষেত্রত জিলা বা মহকুমাভিত্তিক প্রতিনিধিত্বৰ প্রাধান্য নিদি অসমৰ বিভিন্ন জনগোষ্ঠীৰ আৰু গোষ্ঠীগত সম্প্রদায়ৰ প্রতিনিধিত্ব নিশ্চিত কৰাৰ ওপৰতহে অধিক গুৰুত্ব প্রদান কৰা হৈছে।" (অগ্রদূত ১ জুলাই '৯২)

৩০ জুনৰ দিনা দ্বিতীয়বাৰ অসমৰ মুখ্যমন্ত্রীৰূপত শপত গ্রহণ কৰাৰ পিছত আবেলি জনতা ভৱনৰ এক জনাকীর্ণ সাংবাদিক মেলত শইকীয়াই ঘোষণা কৰে যে অসমৰ পৰিস্থিতি নিয়ন্ত্রণ কৰি অসমত সুস্থ পৰিবেশ সৃষ্টি কৰিবলৈ তেওঁ চেষ্টা কৰিব। এই ক্ষেত্রত অগ্রাধিকাৰ হ'ব আলফাৰ লগত আলোচনা। এই সন্দর্ভত আলোচনাৰ পথ প্রশস্ত কৰাৰ বাবে পিছদিনাই তেওঁ আলফাক এক আবেদন জনাব আৰু এইটোৱেই হ'ব সেই দিনটোৰ প্রথম কার্যসূচী (নতুন দৈনিক ১ জুলাই ১৯৯১)। তেওঁ বিশ্বাস কৰে যে সহৃদয় ভাবেৰেহে মানুহৰ মন জয় কৰিব পাৰি। এই কৌশলেৰেই তেওঁ প্রথম বছৰৰ ভিতৰতে আলফাৰ দৰে দুর্ধর্ষ সামৰিক কৌশলত পটু, শিক্ষিত ডেকাসকলৰ প্রত্যাহ্বান গ্রহণ কৰি বহু সংখ্যক শীর্ষস্থানীয় নেতাক আলোচনাৰ মেজলৈ আনিবলৈ সক্ষমো হৈছে। অসমৰ স্বাভাবিক পৰিস্থিতি ঘূৰাই আনি বৃহৎ অসমীয়া জাতি এটা গঠন কৰিবলৈ তেওঁৰ ঐকান্তিক ইচ্ছা। মুখ্যমন্ত্রীৰ কার্যভাৰ গ্রহণ কৰাৰ দিনা সাংবাদিকক দিয়া প্রশ্নোত্তৰৰ পৰাই এই কথা স্পষ্ট হৈ উঠিছে। ১ জুলাইৰ সাংবাদিক মেলত এই কথা শইকীয়াই স্পষ্টকৈ কৈছিল যে স্বাধীনতাৰ পিছত অসমত সামাজিক সংকটে তেতিয়ালৈকে এনে তীব্ৰৰূপ ধাৰণ কৰা নাছিল। এই সংকট সমাধান কৰিবলৈ শুদ্ধ পন্থা অৱলম্বন কৰিবলৈ যাওঁতে তেওঁ

সকলোৰে সহযোগিতা বিচাৰে। সাংবাদিক মেলৰ প্ৰাৰম্ভতে শইকীয়াই সাংবাদিক সকলক উদ্দেশ্য কৰি এনেদৰে কয়— "মই আপোনালোকৰ সহযোগ বিচাৰিছো। মই প্ৰেছক সন্মান কৰো। প্ৰেছৰ স্বাধীনতাত বিশ্বাস কৰো। সংবাদপত্ৰ পথপ্ৰদৰ্শক হ'ব বুলি ভাবোঁ। আপোনালোকে আমাক গঠনমূলক সমালোচনা কৰিলে ভাল পাম। ৰাজ্যলৈ শান্তিৰ পৰিবেশ ঘূৰাই অনাত যেন আপোনালোক আমাৰ সহযোগী হয়।" আনকি বড়োলেণ্ডৰ দাবী সম্পৰ্কতো তেওঁ মুখ্যমন্ত্ৰী হৈয়েই স্পষ্টভাৱে ঘোষণা কৰিছিল— "মই বিচ্ছিন্নতাবাদৰ পক্ষপাতী নহওঁ (নতুন দৈনিক ১ জুলাই, ১৯৯১)। ৰাজ্যখনৰ সংহতি আৰু অখণ্ডতা ৰক্ষা কৰিবলৈ শইকীয়া দৃঢ়প্ৰতিজ্ঞ।

ৰাজ্যখনৰ অংগচ্ছেদ নকৰাকৈ তেওঁ আনকি বড়োসমস্যাকে আদি কৰি কঠিন সমস্যা সমাধান কৰিবলৈ সমৰ্থ হৈছে। ইন্দিৰা গান্ধীৰ মৃত্যু দিৱসত দিয়া ভাষণত অসমৰ অখণ্ডতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি কৈছে— "আমি অসমৰ সংহতি আৰু অখণ্ডতা ৰক্ষা কৰিবলৈ বিচাৰো। অসমৰ অখণ্ডতা অসমৰ সংহতি ৰক্ষা কৰিবই লাগিব। আমি অসমক খণ্ড-বিখণ্ড কৰিব নোৱাৰো। ১৯৬০ চনত আমি অসমৰ ৰাজ্যভাষা অসমীয়া কৰিব লাগে বুলি আন্দোলনো কৰিছিলো। আমাৰ আন্দোলন কৰাৰ অধিকাৰ আছে, কিন্তু আমি সেই সময়ত এনেকুৱা উগ্ৰ অসমীয়াবাদ প্ৰকাশ কৰিলো, যাৰ ফলত মেঘালয় ৰাজ্যৰ সৃষ্টি হ'ল, তাৰ পিছত সৃষ্টি হ'ল মিজোৰাম। ১৯৬০ চনৰ সেই আন্দোলন যদি বেছি উগ্ৰ নহ'লহেঁতেন, অসমখন এশবছৰৰ পিছলৈ ঘূৰি নগলহেঁতেন। সেই সময়ত মেঘালয়, নগালেণ্ড, অৰুণাচল, মিজোৰাম অসমৰ ভিতৰত আছিল। সেইবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যক একত্ৰিত কৰি অসমক লগ লগাইছিল, অসমৰ লগত একত্ৰিত কৰিছিল।"

মন্ত্ৰীসভা গঠন কৰাৰ পিছদিনাই শইকীয়া সন্মুখীন হ'ল এক অভূতপূৰ্ব ভয়ানক সমস্যাৰ। দোহৰা নিষ্প্ৰয়োজন যে ৰাজ্যখনৰ জনসাধাৰণৰ সমৰ্থনতে শইকীয়াই চৰকাৰ গঠন কৰিছিল। সেই নিৰ্বাচনত উগ্ৰপন্থী সকলেও কোনোধৰণৰ প্ৰতিবন্ধকতা সৃষ্টি কৰা নাছিল। অসম আগতেই হৈ আছিল অগ্নিগৰ্ভা। অতি সুকলমে পাৰ হৈ যোৱা নিৰ্বাচনৰ বাবে এনেদৰে জটিল পৰিস্থিতিৰ সন্মুখীন হ'ব লাগিব বুলি চৰকাৰ একেবাৰে সাজু নাছিল। সকলোকে আচৰিত কৰি শইকীয়া মুখ্যমন্ত্ৰীৰ কাৰ্যভাৰ লোৱাৰ এটা দিনো পাৰ নৌ হওঁতেই ১৪ জন উচ্চ পৰ্যায়ৰ বিষয়া কৰ্মচাৰী আলফাৰ দ্বাৰা অপহৃত হ'ল। বিঘ্নিত হ'ল ৰাজ্যখনৰ শান্তি শৃংখলা ঘূৰাই আনিবলৈ আৰম্ভ কৰা প্ৰক্ৰিয়া। হঠাতে অপ্ৰত্যাশিতভাৱে। সেই নিশা মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই দূৰদৰ্শন আৰু অনাতাঁৰৰ বাইজলৈ এনেদৰে গোহাৰি জনালে—

"ৰাজ্যখনৰ সংকটৰ সময় এটাতহে আমি যে দায়িত্বভাৰ কান্ধপাতি লৈছোঁহি, সেই বিষয়ে আমি সম্পূৰ্ণ সজাগ। এনেয়ে আমাৰ ৰাজ্যখনত সমস্যাৰ লেখ-জোখ নাই। তাতে আকৌ বিশেষ ধৰণৰ সমস্যা কেতবোৰেও ৰাজ্যখনক জুৰুলা কৰি ৰাখিছে। যোৱা এক দশকৰো ওপৰ কাল ধৰি ইটোৰ পিছত সিটোকৈ বিপদ-বিঘিনি লাগিয়েই আছে। শেষৰ বছৰ কেইটাত জটিলতাবোৰ কমক ছাৰি বাঢ়িলহে। ঠিক কি কাৰণে এনেকুৱা হ'বলৈ পালে বা ইয়াৰ বাবে দৰাচলতেনো কোন দায়ী, সেইবোৰ বিচাৰ বিশ্লেষণ পিছে পৰেও কৰিব পৰা যাব। কিয়নো এতিয়া আহত বিধস্ত ৰাজ্যখনত ততালিকে নিৰাময় স্পৰ্শৰহে দৰকাৰ। ৰাজ্যখনত আটাইবোৰ সমস্যাৰ জোৰা মাৰিবলৈ বুলি আমি একাণপতীয়াকৈ যত্ন কৰিম। কিন্তু আমি আটায়ে পোনতে মনোযোগ দিবলগীয়া বিষয় হৈছে ৰাজ্যখনক স্বাভাৱিক শান্তিৰ মাজলৈ ঘূৰাই অনাটোহে। বাইজে শান্তি বিচাৰে, নিৰাপত্তা বিচাৰে। যোৱা কেইবাবছৰো ধৰি ৰাজ্যখনে শান্তিৰ মুখেই দেখা নাছিল। নিৰাপত্তা বুলিবলৈও একো নাছিল। সকলোৱে ভয়ে ভয়ে দিন কটাবলগীয়া হৈছিল। কেতিয়া কোনে কাক কলৈ ধৰি বান্ধি নিয়ে, কেতিয়া কোনে কাক মাৰে কাটে তাৰ একো নিশ্চয়তা নাছিল। মুখ খুলি কিবা এটা কোৱাটোও ভয়ৰ কথাৰ লেখীয়া হৈছিলগৈ। পোনতে এই অৱস্থাটোৰ ওৰ পৰিব লাগিব। সেয়ে এই কথাতে আমি প্ৰথমতে আত্মনিয়োগ কৰিব খুজিছোঁ। ৰাইজে একগোট হৈ সহাঁৰি দিলে, আমাৰ এই চেষ্টাত সহজে ফল ধৰিব। আমি ৰাজ্যখনত শান্তি স্থাপন কৰিবলৈ বিচাৰোঁ। কিন্তু পুলিচ মিলিটেৰীৱে অশান্তি বোধ কৰাকে শান্তি বুলিব নোৱাৰি। শান্তি নেতিবাচক কথা নহয়। সৃজনধৰ্মী আৰু গঠনমূলক মনোভাৱেহে শান্তিৰ আচল আধাৰ। আমি সেই স্বতঃস্ফূৰ্ত শান্তিৰ পৰিবেশহে জগাই তুলিবলৈ অধিক যত্নপৰ হ'ম।

"এই প্ৰসঙ্গত মই বিভিন্ন অনুষ্ঠান, সংগঠন আদিলৈ পোনপটীয়াকৈ এটি আহ্বান জনাব খোঁজো। পৃথিৱীত এনে কোনো সমস্যা নাই, যাৰ সমাধান আলাপ-আলোচনাৰ জৰিয়তে হ'ব নোৱাৰে।"

সেইদিনাই অহিংস নীতিত বিশ্বাসী শইকীয়াই মুক্তমনেৰে আলফা সংগঠনক আলোচনালৈ এনেদৰে আমন্ত্ৰণ জনালে—

"হিংসা, সন্ত্ৰাসবাদে কোনো সমস্যাৰ সমাধান নকৰে। জটিলতা বাঢ়েহে, নকমে। সেইবাবে আমি আটায়ে একেলগে বহি সকলোবোৰ কথা খৰচি মাৰি আলোচনা কৰাটোহে জৰুৰী। এই সন্দৰ্ভত মই পোনতে আলফা অৰ্থাৎ সংযুক্ত মুক্তি-বাহিনীলৈ মুকলিকৈয়ে এই আমন্ত্ৰণ আগবঢ়াইছো। হিংসা আৰু সন্ত্ৰাসবাদত অনেকলোক বলি হ'ল। মই নিজেই মোৰ ভাই-ভতিজাকে ধৰি পৰিয়ালৰ ভালে কেইজনক হেৰুৱালো, প্ৰায় ডেৰশৰো অধিক মোৰ দলীয় সহকৰ্মীয়েও

প্ৰাণ দিবলগীয়া হ'ল। কিন্তু তথাপিও শান্তি স্থাপনৰ বৃহত্তৰ স্বাৰ্থৰ প্ৰতি মই বা আমাৰ চৰকাৰে কোনো তিক্ততাৰ ভাৱ ৰখা নাই। তদুপৰি যি গভীৰ ক্ষোভ আৰু হতাশাই আমাৰ এচাম প্ৰতিভাবান যুৱকক বন্দুক হাতত তুলি লবলৈ বাধ্য কৰিছে তাক আমি তেনেই নিৰাধাৰ বুলিও ভবা নাই। কিন্তু এই সকলোবোৰৰ শান্তিপূৰ্ণ মীমাংসাহে আটাইৰে কাৰণে মংগলজনক হ'ব। সেইবাবেই মুকলি মনেৰে, সদিচ্ছা আৰু আন্তৰিকভাবে গোনপটীয়াকৈ মই সংযুক্ত মুক্তি-বাহিনীলৈ আমন্ত্ৰণ জনাইছোঁ। আহক, হিংসা প্ৰতিহিংসাৰ বাট এৰি থৈ আমি একেলগে বহোঁ, কথা-বতৰা হওঁ, সকলোবোৰ বিষয় চালিজাৰি চাওঁ আৰু সমস্যাৰ শান্তিপূৰ্ণ সমাধানৰ অন্বেষণ কৰোঁ।"

মুখ্যমন্ত্ৰীয়ে অশেষ চেষ্টা কৰিলে। কিন্তু শাম কটাব নোৱাৰিলে সন্ত্ৰাসৰ। বলি হ'ল বহু অসমীয়া আৰু অনা-অসমীয়া লোক। অসমৰ কয়লাখনিত অসমৰ হকে কাম কৰিবলৈ অহা চোভিয়েত খনি-বিশেষজ্ঞ গ্ৰীতচাংকো ছাৰ্গে, তীক্ষ্মবুদ্ধিসম্পন্ন দক্ষিণ ভাৰতীয় অভিযন্তা টি.এচ.ৰাজু, পৰমানন্দ শ্ৰীবাস্তৱ আদি বহুলোকে মৃত্যুক আকোঁৱালি ল'ব লগাত পৰিল। অনাহুকতে। অকালতে। বিচলিত নহ'ল তথাপিও তেওঁ। এই দুৰ্যোগপূৰ্ণ মুহূৰ্তত তেওঁৰ সন্মুখত এক গধুৰ দায়িত্ব। সন্ত্ৰাসৰ অৱসান ঘটাই শান্তিৰ পথ প্ৰস্তুত কৰিব লাগিব। লগতে অসমবাসীৰ অন্যান্য সমস্যাবোৰৰো সমাধান সূত্ৰ উলিয়াব লাগিব। সমাজক দুনীৰ্তিমুক্ত কৰা, জীৱনধাৰণৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ মূল্যবৃদ্ধি ৰোধ কৰা, নিবনুৱা সমস্যাৰ সমাধান কৰা, বড়ো সমস্যাৰ সমাধান কৰা আদি কামতো সমানে মনোনিবেশ কৰিব লগা হ'ল। শইকীয়াই এফালে ৰাজ্যখনৰ কল্যাণৰ বাবে উন্নয়নমূলক আঁচনি প্ৰস্তুত কৰি সেইসমূহ ৰূপায়িত কৰাত ব্যস্ত হ'ল আৰু আনফালে সন্ত্ৰাস সমস্যা সমাধানৰ বাবেও প্ৰচেষ্টা আৰম্ভ কৰিলে।

## অৰ্থনৈতিক পুনৰ গঠন

মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই ৰাজ্যখনৰ অৰ্থনৈতিক উন্নতিৰ বাবে, বিশেষকৈ গ্ৰাম্য উন্নয়ন আঁচনি সমূহ প্ৰস্তুত কৰাত গুৰুত্ব আৰোপ কৰিলে। অসমৰ শতকৰা ৮৯ জনৰ অধিক লোকে গ্ৰাম্য অঞ্চলত বসবাস কৰে। ইয়াৰে আধাতকৈও বেছি সংখ্যক লোক দাৰিদ্ৰ সীমাৰেখাৰ তলত বসবাস কৰে। এই সকল লোকৰ অৰ্থনৈতিক উন্নতি নহ'লে ৰাজ্যখন প্ৰগতিৰ পথত আগবঢ়াটো সম্ভৱ নহয়। শইকীয়া চৰকাৰে সেইবাবে গ্ৰাম্য উন্নয়ন কাৰ্যসূচীৰ অধীনত বহুসংখ্যক আঁচনিৰ জৰিয়তে ৩০ কোটি টকা ব্যয় কৰি ৪৬,৫০০ টা পৰিয়ালক সাহায্য দান কৰিলে। এটা বছৰৰ (১৯৯১-৯২) ভিতৰতে ৩৪,৫০৬ গৰাকী যুৱক-যুৱতীক 'ট্ৰাইচেম' কাৰ্যসূচীৰ অধীনত প্ৰশিক্ষণ দি স্বাৱলম্বী কৰি তুলিবলৈ যত্ন কৰিলে।

শইকীয়াৰ যত্নতে গাঁও অঞ্চলত খোৱা পানী যোগান, পথ নির্মাণ, ভূমিহীন কৃষকলৈ ভূমিদান আদি উল্লেখযোগ্য আঁচনি প্রস্তুত কৰি ৰূপায়িত কৰা হয়। গ্রাম্য অঞ্চলৰ পানী যোগানৰ কাৰণে জনস্বাস্থ্য আৰু কাৰিকৰী বিভাগৰ অধীনত নলীৰ দ্বাৰা পানী যোগানৰ ২১৩ খন আঁচনিৰ কামো আৰম্ভ কৰা হৈছে।

লগতে ভাৰত আৰু বাংলাদেশৰ মাজৰ ধুবুৰী খণ্ডত ৪৯১৩ কিলোমিটাৰ দৈৰ্ঘ্যৰ কাঁটাতাঁৰৰ বেৰ নির্মাণ কাৰ্যও ইতিমধ্যে সম্পূর্ণ হৈছে।

## আত্মনিয়োগ আঁচনি

অসমৰ জনসংখ্যাৰ বৃদ্ধিৰ হাৰ বছৰি ২.৩ শতাংশৰো অধিক। ৰাজ্যখনত জনসংখ্যা অনুপাতে উদ্যোগীকৰণ হোৱা নাই বাবে বহুসংখ্যক লোকেই কর্মসংস্থান পোৱা নাই। শইকীয়া চৰকাৰে নিবনুৱা সমস্যা সমাধান কৰাৰ উদ্দেশ্যে প্রায় ৫০ কোটি টকা ব্যয় সাপেক্ষে ১০,০০০ নিবনুৱা যুৱক-যুৱতীৰ প্রত্যেককে ৫০ হাজাৰ টকাৰ মূলধনেৰে স্বনিয়োগৰ সুবিধা দিবলৈ আঁচনি প্রস্তুত কৰিছে। তদুপৰি ১৮,৬০০ লোকৰ কর্মসংস্থানৰ সুবিধা থকা ৩১০০ টা ক্ষুদ্র উদ্যোগ গোট স্থাপনৰ কামো শইকীয়া চৰকাৰৰ এবছৰ কাৰ্যকালতে প্রায় সম্পূর্ণ হৈছে।

## পঞ্চায়তীৰাজ ব্যৱস্থা

শইকীয়াৰ যত্নতে এবছৰৰ ভিতৰতে নিজৰ প্রতিশ্রুতি মতে তিনি-খলপীয়া পঞ্চায়তীৰাজ গঠনৰ বাবে প্রায় ১২ বছৰৰ মূৰত পঞ্চায়ত নির্বাচন পতা হয়। ১৯৯১ চনৰ দুই অক্টোবৰৰ পৰা ৪৫৬৫ খন গাঁও পঞ্চায়ত আৰু লগতে কর্মচাৰীৰ চাকৰিও প্রাদেশিকৰণ কৰা হয়। তৃণমূল পৰ্য্যায়তে উন্নয়নৰ আঁচনিসমূহ ৰূপায়ন কৰিবলৈ যত্ন কৰি স্বায়ত্তশাসন সমিতিসমূহক উন্নয়ন পুঁজিৰ পৰা শতকৰা পঞ্চাশভাগ ধন ইতিমধ্যে দিয়া হৈছে।

উদ্যোগীকৰণ উদ্যোগিক ক্ষেত্রত ৰাজ্যখনক আগবঢ়াই নিবলৈ শইকীয়া চৰকাৰে কেইবাটাও আঁচনিৰ কাম হাতত লৈছে। উল্লেখযোগ্য যে ১৯৯২ৰ ৩ জুলাইত ভাৰতৰ প্রধানমন্ত্রী পি.ভি. নৰসিংহ ৰাওৱে নুমলীগড়ত অসমৰ চতুর্থ তেল শোধনাগাৰৰ আধাৰ শিলা স্থাপন কৰে।

গ্রেছ ক্রেকাৰ প্রকল্পৰ স্থাপনৰ বাবে যাবতীয় প্রাথমিক কাম কাজ প্রায় সম্পূর্ণ হৈছে। এইবোৰ উদ্যোগত বহু নিবনুৱাই কর্মসংস্থান পাব বুলি আশা কৰিব পাৰি।

ইয়াৰ উপৰিও শিৱসাগৰ জিলাৰ আমগুৰিত স্থাপন কৰিবলৈ লোৱা গেছভিত্তিক তাপবিদ্যুৎ প্রকল্পতো কেন্দ্রীয় চৰকাৰে অনুমোদন জনাইছে। শইকীয়া চৰকাৰৰ

অন্য এক সাফল্য হ'ল উত্তৰ গুৱাহাটীত হ'ব লগা আই.আই.টি (I. I. T)ৰ আধাৰ শিলা প্ৰধানমন্ত্ৰী পি.ভি. নৰসিংহ ৰাওৰ দ্বাৰা স্থাপন।

## অপাৰেচন ৰাইনো

এফালে ৰাজ্যখনত উন্নয়নমূলক আঁচনি সমূহৰ কাম কাজ চলি আছিল যদিও আনফালে ৰাজ্যখনত হিংসাত্মক কাৰ্যও একেবাৰে বন্ধ হোৱা নাছিল। আগৰ অ গ প চৰকাৰৰ দিনৰে পৰা চলি থকা সন্ত্ৰাসবাদীৰ কাৰ্য-কলাপ ৰাজ্যখনত কংগ্ৰেছ চৰকাৰে কাৰ্যভাৰ লোৱাৰ পিছত দ্ৰুত গতিত বৃদ্ধি পাবলৈ ধৰে। ফলত ১৯৯১ৰ ১৪ চেপ্তেম্বৰৰ নিশা অসমত আৰম্ভ হ'ল 'অপাৰেচন ৰাইনো'। অসমৰ তমসাচ্ছন্ন আকাশত আলোকৰ ৰেঙণি দেখা গ'ল। আলফাৰ লগত আলাপ আলোচনা অনুষ্ঠিত হোৱাৰ পথ প্ৰশস্ত হোৱা পৰিলক্ষিত হ'ল। সৌভাগ্যৰ কথা যে সংগঠনৰ বহু সংখ্যক যুৱকে সশস্ত্ৰ সংগ্ৰামৰ পথ পৰিহাৰ কৰি আলোচনাৰ বাট মুকলি কৰিলে। উৎফুল্লিত হ'ল শইকীয়া এই প্ৰস্তাৱত। প্ৰধানমন্ত্ৰী, গৃহমন্ত্ৰী আৰু আলফাৰ নেতাসকলৰ মাজত আলোচনা অনুষ্ঠিত হ'ল। ভোগালী বিহুৰ উৰুকাৰ আগদিনা এই শুভ আৰম্ভণি। এই বাতৰিয়ে ৰাজ্যখনলৈ কঢ়িয়াই আনিলে শান্তিৰ আগজাননী। সংযুক্ত মুক্তি-বাহিনীৰ সদস্যসকলে হিংসাৰ পথ পৰিহাৰ কৰি আলাপ-আলোচনাৰ মাজেৰে সমস্যাৰ সমাধান কৰিবলৈ আগবাঢ়ি অহাটো অকল অসমৰ কিয় ভাৰতৰ ইতিহাসত এক গুৰুত্বপূৰ্ণ ঘটনা।

মুখ্যমন্ত্ৰী শইকীয়াই দূৰদৰ্শন আৰু অনাতাঁৰৰ যোগেদি ৰাইজক এই কথা অৱগত কৰি ৰাইজলৈ নিবেদন কৰিলে—

"আলফা সংগঠনে আৰু ডাঙৰ খোজ পেলাব। তেওঁলোকৰ তেনে চেষ্টাত আমি সৰ্বতোপ্ৰকাৰে সহযোগিতা কৰিম। ইতিমধ্যে আজিৰ পৰা ১ ফেব্ৰুৱাৰী তাৰিখলৈকে আলফাৰ সকলো অভিযান বন্ধ কৰি দিয়া হৈছে। আমি আশা কৰিছো যে এইছোৱা সময়ৰ ভিতৰতে শান্তি প্ৰতিষ্ঠাৰ বাট আৰু বহল হ'ব। অৱশ্যে তাৰবাবে ৰাইজৰ অকুণ্ঠ সহায় সহযোগিতাৰ আৱশ্যক হ'ব। পৰিস্থিতিৰ এই শুভ পৰিবৰ্তন দৰাচলতে ৰাইজৰ সমূহীয়া ইচ্ছাৰ ফল। ৰাইজৰ ইচ্ছাতেই পোন প্ৰথমৰ পৰা আমি শান্তিপূৰ্ণ আলোচনাৰ বাবে অহোপুৰুষাৰ্থ কৰি আহিছিলো। ৰাইজৰ ইচ্ছাতেই আলফাৰ ডেকা সকলেও শান্তিৰ বাটলৈ অহিংসাৰ বাটলৈ উভতি অহাৰ মনোবল্ল পালে। এই শুভ আৰম্ভণিক যাতে মনে বিচৰা পৰিণতিৰ ফালে লৈ যাব পৰা যায় তাৰ বাবে আমি আটায়েই সজাগ আৰু সচেষ্ট হ'ব লাগিব। সজাগ হ'ব লাগিব সেইবোৰ শক্তিৰ বিৰুদ্ধেও, যি শক্তিয়ে এই সৎ প্ৰয়াসত হেঙাৰ দিবলৈ বিচাৰে, ৰাইজক বিভ্ৰান্ত কৰি নিজৰ স্বাৰ্থ পূৰাবলৈ বিচাৰে।"

শইকীয়াৰ এই কৃতকাৰ্যতাত ৰাইজে বিশ্বাস ঘূৰাই পালে। কেইবাখনো বাতৰি কাকত, বহুসংখ্যক বুদ্ধিজীৱী, সাংবাদিক আৰু ৰাজনীতিবিদে শইকীয়াৰ এই কাৰ্যক প্ৰশংসা কৰিলে। অৱশ্যে কিছুসংখ্যক আলফাৰ সদস্য আলোচনাৰ বিৰোধী হ'ল। ফলত এই সম্পৰ্কে বহু বাতৰি কাকতত আলোচনা সমালোচনাও নোহোৱা নহয়। কোনোবাই ক'লে সপক্ষে, কোনোবাই বিপক্ষে। আলোচনাত কোন বহিব বা নবহিব এই বিষয়েও বহু বাক্‌বিতণ্ডা চলিল। প্ৰাক্তন মুখ্যমন্ত্ৰী গোলাপ বৰবৰাৰ দৰে ৰাজনীতিবিদে শইকীয়াৰ এই কাৰ্যত এনেধৰণে মতামত প্ৰকাশ কৰিলে—

"ৰাজনৈতিক পথাৰত মই শইকীয়াৰ বিৰোধী দলৰ সদস্য যদিও সত্য কথাটো হ'ল ৰাজ্য চৰকাৰ অবিহনে কেৱল কেন্দ্ৰীয় চৰকাৰৰ সৈতে আলোচনা হোৱাতো অসম্ভৱ। ঠিক একেদৰে আলোচনাত বহিব ওলোৱা কেইজনে সংগঠনৰ সম্পূৰ্ণ প্ৰতিনিধিত্ব কৰিবনে নাই সেই বিষয়ে আলফাইহে ক'ব। আমাৰ জানো ইয়াৰ বিৰোধিতা কৰাৰ অধিকাৰ আছে? শেহতীয়াভাবে দুই এটা বাতৰি কাকত যোগে জানিব পৰা মতে আলফাৰ বোলে দুই এজনে আলোচনাত বহাৰ পক্ষপাতী নহয়। একাংশ সদস্য এতিয়াও স্বাধীন অসমৰ দাবীত অলৰ অচৰ। এই বিষয়ে চৰকাৰ চিন্তিত হোৱাৰ আচলতে কোনো কাৰণ নাই। যি সকলে আলোচনাত বহিব নোখোজে, তেওঁলোকে নবহিলেই হয়। আলোচনাত একাংশ সদস্য নবহিলে সাংঘাতিক ক্ষতি হ'ব বুলি ভবাটোও ভুল। অতীতৰ কেইটামান দৃষ্টান্ত এইক্ষেত্ৰত উনুকিয়াব বিচাৰিছো। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ অন্তিম মুহূৰ্তত স্বয়ং মহাত্মা গান্ধীয়ে দেশবিভাজনৰ স্বাধীনতা নালাগে বুলি কৈছিল। কিন্তু শেষত মহাত্মাৰ অনিচ্ছা সত্বেও ভাৰত পাকিস্তান বিভক্ত হৈ দেশ স্বাধীন হ'ল। দাৰ্জিলিঙত সুভাষ ঘিচিঙে যেতিয়া 'গোৰ্খালেণ্ড' দাবী পৰিহাৰ কৰি আলোচনাত বহিব ওলাইছিল তেতিয়া ছোত্ৰাৰ নেতৃত্বত একাংশ সদস্যই বিৰোধিতা কৰিছিল। কিন্তু তথাপি আলোচনা হৈছিল। আলোচনা সফলো হৈছিল। বাস্তৱ সত্যটো হ'ল বিশ্বৰ কোনো ৰাজনৈতিক সিদ্ধান্তই সৰ্বসন্মতিক্ৰমে হোৱা নাই। গতিকে আলফাৰ আলোচনাত সকলো সদস্য নবহিলেই আলোচনা সফল নহব বুলি ভবা ধাৰণা ভুল। কিন্তু মই আশাকৰোঁ আলোচনাৰ ক্ষেত্ৰত সমূহ সদস্যই সামূহিকভাৱে আগবাঢ়ি আহি সফলকামী কৰি তুলিব।" (আজিৰ অসম, ১১ ফেব্ৰুৱাৰী ১৯৯২—শূল শৰ্মাৰ 'হিতেশ্বৰ শইকীয়া'- পৃ.১৫)

এইটো অস্বীকাৰ কৰিব নোৱাৰি যে সকলোৰে পূৰ্ণ সহযোগিতা হ'লেহে অসমলৈ শান্তি ওভতাই আনিবলৈ কৰা শইকীয়াৰ সজ প্ৰচেষ্টা সফল হ'ব। আলোচনা যি বিষয়তে নহওক কিয় সকলো সদস্যই অংশ গ্ৰহণ কৰিলে চিৰদিনলৈ ইয়াৰ মীমাংসা হব বুলি আশা কৰিব পাৰি। এই সুদূৰ-প্ৰসাৰী জটিল সমস্যাৰ

সমাধানৰ অৰ্থে সন্ত্ৰাস সৃষ্টিৰ মূল কাৰণবোৰ সুক্ষ্মভাৱে পৰীক্ষা কৰি তৃণমূল পৰ্যায়তে উদ্ধাৰ কৰিব লাগিব আৰু জনসাধাৰণৰ সাহায্যত ইয়াৰ সমাধানৰ উপায় চিন্তা কৰিব লাগিব। প্ৰকৃত কাৰণ নাজানিলে সমাধান অসম্ভৱ। সৈন্যৰ দ্বাৰা অস্ত্ৰৰ দ্বাৰা ইয়াক নিৰ্মূল কৰিব নোৱাৰি। দীৰ্ঘদিন ধৰি আৰ্থ-সামাজিক সংকটত ভুগি থকা বাবেই হয়তো ৰাজ্যৰ যুৱকসকলৰ ক্ষোভ হৈছে। ইয়াৰ পৰিণতিয়েই বিদ্ৰোহ। আমাৰ শিক্ষানীতিও কিছু পৰিমাণে ইয়াৰ বাবে জগৰীয়া হ'ব পাৰে। বিচক্ষণ ৰাজনীতিজ্ঞ হিতেশ্বৰ শইকীয়াৰ বলিষ্ঠ নেতৃত্বই ইয়াৰ সমাধান কৰিব পাৰিলে বিশ্বৰ ইতিহাসত ই চিৰস্মৰণীয় হৈ থাকিব।

আলফা সংগঠনৰ লগত আলোচনা কৰাৰ ক্ষেত্ৰত শইকীয়াৰ মনোভাৱ স্পষ্ট। তেওঁ বাৰে বাৰে কৈছে যে সংগঠনটোৰ প্ৰতি নিজৰ কোনো তিক্ততাৰ ভাৱ নাই। আলফা সংগঠন সৃষ্টিৰ কিবা যুক্তিসংগত কাৰণ নাই বুলিও তেওঁ অস্বীকাৰ কৰা নাই। শইকীয়াই মুকলিকৈ কৈছে—

"....তদুপৰি গভীৰ ক্ষোভ আৰু হতাশাই আমাৰ এচাম প্ৰতিভাবান যুৱকক বন্দুক হাতত তুলি লবলৈ বাধ্য কৰিছে, তাক আমি তেনেই নিৰাধাৰ বুলিও ভবা নাই। কিন্তু সেই সকলোবোৰৰ শান্তিপূৰ্ণ মীমাংসাহে আটাইৰে কাৰণে মঙ্গলজনক হ'ব...।"

দোহৰা নিষ্প্ৰয়োজন যে চেপ্তেম্বৰ মাহৰ পৰাই সন্ত্ৰাসৰ লগতে বিচ্ছিন্নতাবাদী শক্তিৰ গৰাহৰ পৰা অসমক ৰক্ষা কৰিবলৈ সেনাবাহিনী নিয়োগ কৰা হৈছিল। লগে লগে ৰাজ্যখনত বিভিন্ন মহলত প্ৰতিক্ৰিয়াও হৈছিল। এই প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰি শইকীয়াই ইয়াৰ যুক্তিযুক্ততা এনেদৰে দেখুৱাইছে—

"ৰাজ্যৰ আইন শৃংখলা নিয়ন্ত্ৰণৰ কাৰণে সেনাবাহিনী নিয়োগ সম্পৰ্কে নানা ধৰণৰ বাক্ বিতণ্ডা চলি আছে। আচলতে আমি আমাৰ ৰাজ্যখনৰ সংহতি, অখণ্ডতা বিনষ্ট হ'বলৈ দিব খোজা নাই। আমি আমাৰ অসমখন আৰু খণ্ড-বিখণ্ড হোৱাটো নিবিচাৰো। আমি অসমখন স্বাধীন হোৱাটো নিবিচাৰো। অসম ভাৰতৰ লগত আছে। আৰু আমি সদায়ে ভাৰতৰ লগত থাকিব লাগিব। এইটো সত্য। ঐতিহাসিক সত্য। ইয়াক আৰু আজি অসত্য বুলি কোৱা কোনো চেষ্টাই সফল নহ'ব। আমি আমাৰ নিৰ্বাচনী ইস্তাহাৰতো ঘোষণা কৰি থৈছো আৰু আপোনালোক এই সম্পৰ্কে নিশ্চয় সজাগ। কংগ্ৰেছৰ সভাপতি হিচাপেও মই অসমৰ বিভিন্ন ঠাইত পতা নিৰ্বাচনী সভা-সমিতিবোৰতো সদায়ে কৈছিলো— আলফাৰ লগত আমাৰ কোনো বিৰোধ নাই। অৱশ্যে তেওঁলোকৰ অস্ত্ৰনীতিৰ বিপ্লৱ আমি সমৰ্থন নকৰো। আমি অহিংস নীতিতহে বিশ্বাসী আৰু আমি অহিংসা আন্দোলন কৰিহে ভাৰতবৰ্ষ স্বাধীন কৰিলো। বৃটিছ সাম্ৰাজ্যত হেনো সূৰ্য অস্ত নগৈছিল আৰু সেই প্ৰবলপ্ৰতাপী শক্তিক কবায়ত্ব কৰিবলৈ মহাত্মা গান্ধীৰ নেতৃত্বত

ভাৰতীয় জাতীয় কংগ্ৰেছে অহিংসাকে লৈছিল অস্ত্ৰ হিচাপে আৰু তেনেকৈয়ে দেশ স্বাধীন হ'ল।"

সৈন্যবাহিনী নিয়োগ কৰা ক্ষেত্ৰত ৰাজ্য চৰকাৰে সম্পূৰ্ণ দায়িত্ব লৈছিল। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই স্পষ্ট কৰি দিছিল যে বাংলাদেশ, পাকিস্তান আদি ওচৰ-চুবুৰীয়া দেশ কেইখনৰ সৈতে উগ্ৰপন্থী সংগঠনৰ যোগাযোগৰ প্ৰমাণ পোৱাৰ কাৰণেই দেশৰ সামগ্ৰিক তথা অসমবাসীৰ নিৰাপত্তাৰ বিষয়ে চিন্তা কৰি ৰাজ্যখনত সৈন্যবাহিনী প্ৰয়োগ কৰা হৈছে। (অপাৰেশ্যন ৰাইনো পৃ.১১)

এই সম্পৰ্কে শইকীয়াই পুনৰ ইন্দিৰা গান্ধীৰ মৃত্যু দিবসৰ দিনা দিয়া ভাষণত কৈছে— "সামৰিক বাহিনী নিয়োগ কৰাৰ সিদ্ধান্তটো আমাৰ এদিনৰ সিদ্ধান্ত নাছিল। আমি এই কথাও জানো যে এখন ৰাজ্যৰ আইন শৃংখলা ৰক্ষা কৰিবলৈ আৰক্ষী বাহিনীয়ে যথেষ্ট। যেতিয়া আৰক্ষী বাহিনীয়ে ৰাজ্য এখনত আইন শৃংখলা ৰক্ষা কৰিবলৈ অপাৰগ হৈ পৰে— নিয়ন্ত্ৰণ কৰিবলৈ অসমৰ্থ হৈ পৰে, আনহাতে অৰ্দ্ধ-সামৰিক বাহিনীয়েও যেতিয়া আইন শৃংখলা পৰিস্থিতি চম্ভালিবলৈ অসমৰ্থ হৈ পৰে তেতিয়াহে সামৰিক বাহিনী নিয়োগ কৰিব লগা হয়। ৰাজ্য এখনৰ আইন শৃংখলা নিয়ন্ত্ৰণৰ কাৰণে সামৰিক বাহিনী নিয়োগ কৰাটো নতুন কথা নহয়। ভাৰতৰ অন্যান্য ৰাজ্যৰ বহু নগৰ চহৰতো-মীৰাটেই হওক কিম্বা আহমদাবাদতেই হওক নতুবা হায়দৰাবাদেই হওক বা কাণপুৰতেই হওক সেন্যবাহিনীয়ে বহুবাৰ আইন শৃংখলা নিয়ন্ত্ৰণ কৰিব লগাত পৰিছে।"

সৈন্যবাহিনী নিয়োগ কৰিও শইকীয়াই পাৰ্যমানে তেওঁলোকক সংযত কৰি ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। তেওঁ এই বিষয়ে মন্তব্য কৰিছে—

"আমি যিমানদূৰ পাৰো সৈন্যবাহিনীক সংযত কৰিবলৈ চেষ্টা কৰিছো। ১৯৯০ চনৰ ২৭ নবেম্বৰত যেতিয়া ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তিত হৈছিল সেই সময়ৰ বজৰঙ্গ অপাৰেচন আৰু এতিয়া ৰাইনো অপাৰেচনৰ মাজত বহু পাৰ্থক্য আছে। এতিয়া চৰকাৰে সৈন্যবাহিনীক বহুখিনি নিয়ন্ত্ৰণ কৰিছে। পুলিচ বাহিনীকো সন্টম কৰি ৰখা হৈছে। আমাৰ কৰ্মচাৰী সকলকো সন্টম কৰি ৰখা হৈছে আৰু এই নিৰ্দেশো দিয়া হৈছে যে কোনো ধৰণৰ কাৰ্যকৰী ব্যৱস্থা লোৱাৰ আগতে সেনাবাহিনীয়ে বা জিলা কমাণ্ডাৰে জিলা আৰক্ষী অধীক্ষকক আৰু জিলা উপায়ুক্তৰ লগ লাগিহে কাম কৰিব।"

যিমানে সন্টম নহওক কিয় সেনাবাহিনীৰ হাতত কোনো কোনো নিৰ্দোষী লোকৰো যে হাৰাশাস্তি হৈছে এই কথা নুই কৰিব নোৱাৰি। সি যি কি নহওক, সেনাবাহিনী নিয়োগ কৰাৰ পৰিস্থিতি অসমত নোহোৱা হ'লেই ভাল আছিল। এই পৰিস্থিতি সৃষ্টি হোৱাটো এখন ৰাজ্যৰ কাৰণে দুৰ্ভাগ্যজনক।

সৈন্যবাহিনী নিয়োগ কৰা ক্ষেত্ৰত কেইটামান ৰাজনৈতিক দলৰ বাহিৰে বহুসংখ্যক লোকৰ দৃষ্টিভংগী স্পষ্ট। প্ৰাক্তন মুখ্যমন্ত্ৰী জনতা দলৰ গোলাপ বৰবৰাৰ উক্তি এইক্ষেত্ৰত প্ৰণিধানযোগ্য।

"হিতেশ্বৰ শইকীয়াৰ চৰকাৰ শাসনৰ গাদীলৈ অহাৰ পিছদিনাৰ পৰাই আলফাই সমান্তৰালভাবে অপহৰণ আৰু হত্যা কাৰ্য আৰম্ভ কৰিলে। অসম আকৌ সন্ত্ৰাসিত হ'ল। কাৰো ক'তো জীৱনৰ নিৰাপত্তা নোহোৱা হ'ল। আৰক্ষী বিভাগৰ লগত আলফাৰ যোগাযোগ থকা বাবে আৰক্ষী বিভাগ সম্পূৰ্ণ ব্যৰ্থ হবলগীয়া হৈছে। হত্যাৰ পিছত হত্যাকাণ্ড ঘটি আছে, কিন্তু প্ৰকৃত দোষীক বিচাৰি উলিযাব পৰা হোৱা নাই। এই ক্ষেত্ৰত যি কোনো উপায়ে ৰাজ্যখনৰ 'আইন শৃংখলা' ৰক্ষা কৰাটো আমি বিচাৰো। চৰকাৰে শেহতীয়াভাবে ৰাজ্যখনৰ কিছু অঞ্চলত সেনাবাহিনী নিয়োগ কৰাত কোনো অস্বাভাৱিকতা নাই। কাৰণ চৰকাৰৰ ইয়াৰ বাহিৰে বিকল্প পথ নাছিল।" (অপাৰেচন ৰাইনো)

এনেদৰে ঘাত-প্ৰতিঘাতৰ মাজত শইকীয়াৰ কাৰ্যভাৰ লোৱা প্ৰায় দুবছৰেই হ'ল। তেওঁৰ নেতৃত্ব আৰম্ভ হৈছিল এক দুৰ্যোগপূৰ্ণ পৰিস্থিতিৰ মাজত, য'ত আছিল ভয়াবহ অনিশ্চয়তা। চাৰিওফালে সন্ত্ৰাসৰ বিভীষিকা। ফলস্বৰূপে একালৰ সোণৰ অসম মানৱতাৰ মৰিশালীত পৰিণত হৈছিল। বিগত বছৰ দুটাত শইকীয়াই অসমৰ পৰিস্থিতি বহুখিনি শান্ত কৰিলে। এই কৃতকাৰ্যতাৰ বিষয়ে সাহিত্য সভাৰ সভাপতি ৰাজনীতিবিদ লক্ষ্যধৰ চৌধুৰীয়ে কৈছে—

"অতি ধৈৰ্যৰে অথচ দৃঢ় পদক্ষেপেৰে শইকীয়াই এই বছৰটো শাসন চলালে। অন্ততঃ আমি এতিয়া উশাহ লব পৰা হৈছো। কিন্তু এবছৰৰ ভিতৰতে অসমৰ দৰে সমস্যাবহুল ৰাজ্য এখন পুনৰ সুস্থ পথলৈ অনাটো সহজ কাম নহয়। তথাপি শইকীয়াই যেন এইবাৰ দৃঢ়মনে ৰাইজৰ হৈ ৰাইজৰ বাবে কাম কৰিবলৈ অগ্ৰসৰ হৈছে, সেইটো অনুমান হয়।" (নতুন দৈনিক, ৩০ জুন ১৯৯২)

নিৰপেক্ষভাৱে ক'বলৈ গ'লে এই কথা স্বীকাৰ কৰিব লাগিব যে ভয় আশংকা আৰু অনিশ্চয়তাত বিব্ৰত অসমৰ জনসাধাৰণৰ মাজলৈ কিছু হ'লেও শান্তি আৰু নিৰাপত্তা আহিছে।

দোহৰা নিষ্প্ৰয়োজন যে সীমিত হ'লেও সাফল্য অৰ্জনৰ কৃতিত্ব শইকীয়াৰ লগতে অসমীয়া ৰাইজৰো। শংকৰ-মাধৱৰ সাম্য মহামন্ত্ৰৰ আদৰ্শৰে অনুপ্ৰাণিত অসমীয়াৰ অন্তৰত প্ৰৱাহিত হৈছে—শান্তিৰ নিজৰা। সেইবাবেই অশেষ বাধা প্ৰতিবন্ধক নেওচি, হেঙাৰ অতিক্ৰম কৰি শইকীয়ালৈ মুক্তভাৱে সমৰ্থন আগ বঢ়াইছে। ইয়াৰ আটাইতকৈ ডাঙৰ প্ৰমাণ হ'ল— জটিল সমস্যা সমাধানৰ ক্ষেত্ৰত শইকীয়াই যেতিয়া সৰ্বদলীয় সভা পাতে অথবা বুদ্ধিজীৱী সকলৰ মতামত

নয়, বেছি সংখ্যক লোকেই তেওঁলৈ পৰামৰ্শ আগবঢ়াই সমস্যা সমাধানত সহায় কৰে।

ছাত্র সকললৈয়ো শইকীয়াই মুক্তমনেৰে আহ্বান জনাইছে হিংসা পৰিহাৰ কৰি, শান্তি সংহতি ৰক্ষা কৰি এখন শক্তিশালী অসম গঢ়িবলৈ। নতুন অসম গঢ়িবলৈ তেওঁ সকলোৰে সহযোগিতা বিচাৰিছে।

শইকীয়াৰ নিষ্ঠা কৰ্মপটুতা আৰু বিগত কালছোৱাৰ সফলতাৰ বিষয়ে কৰলৈ গৈ বিখ্যাত সাহিত্যিক চৈয়দ আব্দুল মালিকে কৈছে—

"দুৰ্যোগপূৰ্ণ, সংঘাতপূৰ্ণ, অনিশ্চয়তাৰে ভাৰাক্রান্ত এই এটা বছৰত অসমত মুখ্যমন্ত্রী হোৱা ব্যক্তিজনে দিনক ৰাতি, ৰাতিক দিন কৰি অন্য হেজাৰটা সামাজিক, সাংস্কৃতিক, প্রশাসনীয়, ভাষিক সমস্যাৰ সমাধানৰ ব্যৱস্থা লোৱাৰ লগতে শংকা, সন্দেহ, অবিশ্বাস, সন্ত্রাস, বিৰোধ বৈৰীতাৰ গ্ৰাসত সোমাই পৰা অসমখনক ৰক্ষা কৰাৰ উদ্ভাৱনৰ কাৰণে অকলশৰীয়াকৈ দৃঢ়তাৰে, সাহসেৰে, কৌশলেৰে আৰু দায়বদ্ধ চেতনাৰে ৰাইজৰ প্ৰতি সহানুভূতি আৰু গভীৰ শ্রদ্ধাৰে কাম কৰি গৈছে। আনকি অশান্তি সৃষ্টিকাৰী পথভ্ৰষ্ট সকলৰ প্ৰতিও প্ৰতিশোধৰ বা প্ৰতিহিংসাৰ মনোভাৱ নেৰাখি উদাৰতাৰে শুদ্ধ পথলৈ ঘূৰাই আনিবৰ কাৰণে অক্লান্ত পৰিশ্ৰম কৰি গৈছে। এই ব্যক্তিজনৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী আৰু দুৰ্ঘোৰ শত্ৰুসকলৰ বাহিৰে এই কথা আনে অস্বীকাৰ কৰিব পৰা নাই।" (নতুন দৈনিক, ৩০ জুন, ১৯৯২)।

স্বনামধন্য সাহিত্যিক মেদিনী চৌধুৰীয়ে কৈছে—

"The performance of the government and the law and order front has been commendable. In 1983, when Mr. Saikia took over as Chief Minister, the number of murders and other heinous crimes were brought down from 2700 to 1500 within a span of three months only. During the past one year what the Saikia Government has achieved is considered by many as impossibles— restoration of much desired Peace in the state. In the election manifesto the Congress (I) has given an assurance that if it came to power, the first and foremost task would be bring about peace in the state. If we look back we cannot but be surprised at this unthinkable acheivement of the Saikia Government. At one time, I myself thought that the people of Assam were on the brink of a precipice. (The North East Times, special supplement, June 30, 1992)

শইকীয়াৰ কৃতকাৰ্যতাৰ বিষয়ে উল্লেখ কৰি প্ৰবীন সাংবাদিক সতীশ কাকতি দেৱে কৈছে— "Now that Peace had descended on the state, the situation has come as a satisfaction to the people. This indeed has done a great credit to the chief minister himself. Due to the ULFA problems,

the Bodoland demand of the ABSU-BPAC combine and that of the Karbi for an autonomous district, the Government has not been able to apply its resources to the developmental work. In spite of this, one may be happy to note that the Saikia Government had undertaken a number of ambitious schemes to solve the unemployment and various other problems. (The North East Times, 30th June, 1992)

কাকতীয়ে কোৱাৰ দৰে শইকীয়া চৰকাৰৰ উন্নয়নমূলক কাৰ্যসমূহ সম্ভৱ হোৱাৰ মূলতে শইকীয়া নিজে। তেওঁ নিজে বাটকটীয়া। গতিকে চৰকাৰখন আগবঢ়াই নিয়াৰ কৃতিত্বৰ অধিকাৰী তেওঁ নিজেই।

শইকীয়াই প্ৰতিটো জটিল সমস্যাই আলোচনাৰ মাজেৰে সম্পাদন কৰিবলৈ যত্ন কৰিছে। তেওঁ সমাজৰ সকলো শ্ৰেণীৰ লোককে বিশ্বাস আৰু আস্থাত লৈ কাম কৰিবলৈ চেষ্টা কৰি আহিছে। ৰাজনৈতিক সমস্যাৰ উপৰিও সামাজিক সমস্যা আনকি উন্নয়নমূলক কাম-কাজতো আলোচনাৰ মাজেৰেহে শইকীয়াই সিদ্ধান্ত লয়। সদৌ অসম কৰ্মচাৰী পৰিষদৰ কৰ্মসংস্কৃতি বৰ্ষৰ সভাত মুখ্য অতিথি হিচাপে ভাষণ দি শইকীয়াই এখন সমৃদ্ধিশালী অসম গঢ়িবলৈ এনেদৰে আহ্বান জনাইছে—

"বিগত এযুগ ধৰি আমাৰ ৰাজ্যখনে অশান্ত পৰিস্থিতিৰ মাজেৰে পাৰ হৈ আহিব লগা হৈছে। হিংসা, সন্দেহ, অসূয়া, অপ্ৰীতিয়ে এই কালছোৱাত আমাৰ অগ্ৰগতি ব্যাহত কৰি তুলিছে। এইবোৰৰ বাবে মই কোনো দল অথবা সংগঠনক দোষাৰোপ কৰি পুনৰ অপ্ৰীতিকৰ পৰিবেশ সৃষ্টি কৰিব নোখোজো। কাৰোবাক জগৰীয়া কৰিলেই সমস্যাৰ সমাধান হয় বোলা ধাৰণাত আমি বিশ্বাসী নহও। অসমক আমি ভাৰতবৰ্ষৰ ভিতৰতে এখন সমৃদ্ধিশালী ৰাজ্য হিচাপে গঢ়ি তুলিবলৈ বিচাৰো। ইতিমধ্যে মই উল্লেখ কৰিছোৱেই যে অসম প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ হৈ আছে। আমি শ্ৰমৰ জৰিয়তে সেই সম্পদ আহৰণৰ সময় সমাগত। কোনো ৰাজনৈতিক দল অথবা সংগঠনে অকলে ৰাজ্যখনক সমৃদ্ধিশালী কৰি তুলিব নোৱাৰে। নতুন অসম গঢ়িবলৈ আমি প্ৰতিটো দল আৰু গণ-সংগঠনৰে সহায় সহযোগিতা বিচাৰিছো। আমাৰ মাজত ৰাজনৈতিক মতানৈক্য থাকিব পাৰে, আদৰ্শও ভিন্ন ভিন্ন হ'ব পাৰে। কিন্তু অসমক ভাৰতবৰ্ষৰ এখন সমৃদ্ধিশালী ৰাজ্য হিচাপে গঢ়ি তোলাৰ ক্ষেত্ৰত কোনোধৰণৰ ভেদাভেদ থাকিব নালাগে। সংসদীয় গণতন্ত্ৰত বহুদল, বহু সংগঠন থকাটো স্বাভাৱিক। কোনো দল অথবা সংগঠনৰ প্ৰতি অসহিষ্ণু হোৱাৰ প্ৰয়োজন আমি বোধ নকৰো। সকলোৱেই যাতে উন্নয়নমূলক কাৰ্যসূচীত অংশ গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে তাকেই কামনা কৰো।" (সদৌ অসম কৰ্মচাৰী পৰিষদ, কৰ্ম সংস্কৃতি বৰ্ষ ১৯৯২-১৯৯৩, ১৫ জুন, ১৯৯২)

সমাজৰ সকলো শ্ৰেণীৰ লোকে সমাজৰ উন্নতিৰ বাবে কাম কৰিবলৈ দায়বদ্ধ। সেই সকল ৰাজনৈতিক নেতাই হওক, বুদ্ধিজীৱী বা সাংবাদিকেই হওক কিম্বা কৃষকেই হওক। অসম প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ। মহাবাহু ব্ৰহ্মপুত্ৰ আৰু বৰাক আৰু উপনৈসমূহে প্লাৱন আনি অসমৰ বুকুত সাৰুৱা সমতল খণ্ডৰ সৃষ্টি কৰিছে। ইয়াৰ উপৰিও খনিজ, জলজ আৰু বনজ সম্পদত অসম চহকী। তথাপি প্ৰতিবছৰে চৰকাৰী হিচাপ মতে ৰাজ্যখনে প্ৰায় এহেজাৰ কোটি টকাৰ খাদ্যসামগ্ৰী আমদানি কৰিব লগা হয়। অধিক তৎপৰতাৰে কাম কৰিলে অসম স্বাৱলম্বী হ'ব নোৱাৰে এনে কথা নাই। পঞ্চাশৰ দশকৰ মাজভাগতে ড° ৰোহিণীকান্ত বৰুৱাদেৱে অসম সাহিত্যসভাৰ অধিবেশনৰ বিজ্ঞান শাখাৰ সভাপতিৰ অভিভাষণত এনেদৰে আশা কৰিছিল— "চুইজাৰলেণ্ডৰ জলসম্পদৰ বহুল ব্যৱহাৰে যেনেকৈ এধানমানি দেশখনক যান্ত্ৰিক প্ৰগতিৰ পথত অতি সোনকালে অগ্ৰগণী কৰি দিব পাৰিছে আমিও আশা কৰোঁ সেই একে সম্পদৰ অধিকাৰী হৈ আমাৰ অসমখনি হাবি গুছি-ফুলনি কৰিব পাৰিব।" সেই উক্তি কৰা আজি দুকুৰি বছৰ পূৰ হওঁ হওঁ। অসমৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি নাই হোৱা বুলি কব নোৱাৰি, কিন্তু তথাপি সম্পদসমূহৰ সদব্যৱহাৰ যথোচিতভাবে যে এতিয়াও হোৱা নাই এই কথা নুই কৰিবও নোৱাৰি। অসমৰ সৰ্বাঙ্গীন উন্নতি কৰিবলৈ সকলোৰে আশাশুধীয়া প্ৰচেষ্টা লাগিব। কাৰণ সময়ে মানুহৰ সৃষ্টি নকৰে, মানুহেহে সময়ৰ, যুগৰ সৃষ্টি কৰে। আমাৰ সকলোৰে প্ৰচেষ্টাতহে সোণালী যুগ এটাৰ সৃষ্টি হ'ব। সেইবাবেই অসমৰ আৰ্থসামাজিক উন্নতি কৰিবলৈ প্ৰথমতে ৰাজ্যখনলৈ বাহিৰৰ পৰা খাদ্যসামগ্ৰীকে আদি কৰি লাগতিয়াল সামগ্ৰী আমদানি কৰোঁতে প্ৰতিবছৰে ৰাজ্যখনৰ পৰা ওলাই যোৱা কোটি কোটি টকা বন্ধ কৰিবলৈ সকলো শ্ৰেণীৰ লোকেই সহযোগ কৰিব লাগিব। শইকীয়াই সেইবাবেই কৈছে—

"বহিৰ্মুখী গমনক বাধা দিবলৈ আমাৰ ৰাজ্য খনৰ প্ৰত্যেকেই কৰ্মতৎপৰ হ'ব লাগিব। একেদৰেই আমাৰ চৰকাৰী বিভাগসমূহকো আৰু অধিক কৰ্মতৎপৰ কৰি তুলিব লাগিব। ৰাজ্যখনৰ কৃষি আৰু উদ্যোগৰ উৎপাদনৰ সৈতে চৰকাৰী বিভাগসমূহো প্ৰত্যক্ষ বা পৰোক্ষভাবে জড়িত। সেইবাবেই বিষয়া কৰ্মচাৰী সকলৰ কৰ্তব্যনিষ্ঠাৰ প্ৰয়োজন অতিকৈ বেছি। দায়িত্বশীল চৰকাৰী কৰ্মচাৰী এগৰাকী এইখন সমাজৰে অপৰিহাৰ্য অংগ। তেওঁ যথাযথভাৱে কৰ্তব্য পালন কৰিলেহে চৰকাৰে লোৱা উন্নয়ন-মূলক কাৰ্যসূচীসমূহ সফল কৰি তোলাৰো সম্ভৱ। পথাৰত কাম কৰি থকা কৃষকজন, কাৰখানাত কৰ্মৰত শ্ৰমিকজনৰ সৈতে চৰকাৰী কাৰ্যালয়ত কাম কৰি থকা কৰ্মচাৰীজন ওতঃপ্ৰোতভাৱে জড়িত। এই ত্ৰিশক্তিৰ সমন্বয়তে ৰাজ্যখনৰ উৎপাদন বৃদ্ধি কৰাটো সম্ভৱ। আমাৰ কৰ্মচাৰী সকলে নিজ দায়িত্ব

আৰু কৰ্তব্য যথাযথভাৱে পালন কৰিলে খাদ্যশস্য আৰু শিল্পজাত সামগ্ৰীৰ উৎপাদন বৃদ্ধি কৰাটো যে সম্ভৱ হৈ উঠিব সেই বিষয়ত সন্দেহ নাই। সেইবাবেই মই উন্নয়নমূলক কামৰ আঁচনিসমূহ ৰূপায়ণত কৰ্মচাৰী সকলৰ সক্ৰিয় সহযোগিতা কামনা কৰিছো।" (সদৌ অসম কৰ্মচাৰী পৰিষদ, কৰ্ম সংস্কৃতি বৰ্ষ, ১৯৯২-৯৩, ১৫ জুন, ১৯৯২)

শইকীয়াই যুবক সকলক হিংসা পৰিহাৰ কৰি ৰাজ্যখনৰ জটিল সমস্যা সমাধান কৰি উন্নয়নমূলক আঁচনিসমূহ ৰূপায়ন কৰাত সহযোগিতা কৰিবলৈ আহ্বান জনাই আহিছে। মুখ্যমন্ত্ৰী হিচাপে অতিবাহিত কৰা এই দুৰ্যোগপূৰ্ণ দুবছৰ কালত সেইবাবেই বহুপৰিমাণে কৃতকাৰ্যও হৈছে। অসমবাসীয়ে আশাৰে বাট চাই আছে আৰু শইকীয়াৰ সফলতাও নিৰ্ভৰ কৰিছে কেনেদৰে তেওঁ সন্মুখত থকা ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাসমূহ সমাধান কৰে তাৰ ওপৰতহে।

## ॥ ৫ ॥

# আদৰ্শ, ব্যক্তিত্ব আৰু নেতৃত্ব

*"And miles to go before I sleep"*

শীতৰ সেমেকা গধূলি। ছয় বাজিছে। যোৰহাটৰ আৱৰ্ত ভৱনটো লোকে লোকাৰণ্য। চাৰিওপিনে ব্যস্ততা।

স্বয়ং মুখ্যমন্ত্ৰী আহিছে।

শইকীয়াদেৱে সুধিলে— "ক'ত উঠিছে?"

"হোটেলত।"

"নাই, নালাগে। ইয়ালৈ গুছি আহক। এতিয়াই।" নিজে আসনৰ পৰা উঠি বাৰাণ্ডালৈ আহি ব্যস্ততাৰে বাহিৰত থকা কৰ্মৰত দণ্ডাধীশ জনক মাতি আনি আমাৰ সন্মুখতে ক'লে—

"এখেত সকল মোৰ আলহী। ইয়াতে থাকিব। এতিয়াই থকাৰ ব্যৱস্থা কৰি দিয়ক। এতিয়াই।" মুখত সেই চিৰপৰিচিত সৰল মিঠা হাঁহিটো।

মই আচৰিত হৈছিলো। এজন মুখ্যমন্ত্ৰী, সমস্যাৰে জর্জৰিত এখন ৰাজ্যৰ ব্যস্ত মুখ্যমন্ত্ৰী জনাৰ আন্তৰিকতা দেখি। শ্ৰদ্ধাত মোৰ মূৰ দোঁ খাই গ'ল।

সৰু সৰু কথাবোৰতে ডাঙৰ মানুহৰ ব্যক্তিত্ব ফুটি উঠে। মানুহৰ প্ৰকৃত পৰিচয় পোৱা যায় আচাৰ ব্যৱহাৰত। শইকীয়াদেৱৰ অমায়িক নম্ৰ ব্যৱহাৰেই পৰিচয় দিয়ে তেওঁৰ মহানতাৰ। মহানুভৱতাৰ।

উত্তৰ ৰামচৰিতত কৈছে—

গুণাঃ পূজাস্থানং গুণিষু ন চ লিঙ্গ ন চ বয়ঃ (চতুৰ্থ অংক, ১১ শ্লোক)

সঁচাকৈয়ে গুণীসকলক গুণৰ বাবেহে পূজা কৰা হয়। এই গুণৰ বাবেই ভাৰতবৰ্ষৰ দৰে এখন বিশাল দেশত এবাৰ নহয় দুবাৰকৈ ৰাষ্ট্ৰমানৱ আৰু শ্ৰেষ্ঠব্যক্তিৰ সন্মান লাভ কৰিবলৈ এইজন ব্যক্তি সমৰ্থ হ'ল।

হিতেশ্বৰ শইকীয়া নিৰ্ভীক, ধীৰ-স্থিৰ, মৃদুভাষী। স্বল্পভাষীও। তেওঁ আদৰ্শবান, নিঃসন্দেহে।

এজন বিচক্ষণ ৰাজনৈতিক নেতা। ৰাজনীতিত থাকি ৰাজ্যশাসনৰ গুৰি ধৰোঁতাজন মৃদুভাষী হোৱাটো এটা মহৎ গুণ। তেওঁ এই গুণৰো অধিকাৰী। সেয়ে তেওঁ অনন্য। অসাধাৰণ। এই কথাত কাৰো সন্দেহৰ স্থল নাই। থাকিব নোৱাৰে।

মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াদেৱ এজন বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি। সেইটো অনস্বীকাৰ্য। এই গুণসমূহ ভিন্নসূৰী, ভিন্নমুখী হ'লেও পৰস্পৰ-বিৰোধী নহয়। তেওঁ কংগ্ৰেছৰ অন্যতম কৰ্মী, সংগঠক, বিভিন্ন সময়ত সৰ্বভাৰতীয় কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্য, কংগ্ৰেছৰ সম্পাদক, সভাপতি, বিধান সভাৰ সদস্য, মন্ত্ৰী, ৰাজ্যপাল, মুখ্যমন্ত্ৰী হৈ ৰাজনীতিৰ মাজত আছে যদিও সাহিত্য সংস্কৃতিৰ বহল ক্ষেত্ৰতো তেওঁৰ কৰ্মপ্ৰতিভা বিস্তাৰিত হৈছে। সীমিতভাবে হলেও অসমৰ সংকটকালত এবাৰ নহয় দুবৰকৈ মুখ্যমন্ত্ৰী হৈ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে, তথাপি নিৰ্ভীকভাৱে নেতৃত্ব দিছে। হেঙাৰ অতিক্ৰম কৰি ৰাজ্যখনলৈ শান্তি ঘূৰাই আনিবলৈ প্ৰচেষ্টা চলাইছে। অসম্ভৱকো সম্ভৱ কৰি তুলিছে। ৰাজনৈতিক কৌশলেৰে, লগতে সহৃদয়তাৰে।

শইকীয়াৰ এই সফলতাৰ মূলতে হৈছে তেওঁৰ ব্যক্তিত্ব, দূৰদৰ্শিতা আৰু বিচক্ষণ নেতৃত্ব।

দেশৰ অখণ্ডতা ৰক্ষা কৰা, ঐক্য গঢ়ি তোলা, লগতে অহিংসাৰে হিংসাক নিৰ্মূল কৰাই শইকীয়াৰ মূল আদৰ্শ আৰু লক্ষ্য। অসমৰ স্বকীয় বৈশিষ্ট্য বজায় ৰাখি অসমৰ অস্তিত্ব ৰক্ষা কৰাটো প্ৰধান কৰ্তব্য বুলি তেওঁ বিবেচনা কৰে।

অসমৰ জাতীয় আৰু সামাজিক জীৱনৰ বিভিন্ন পটভূমিত বিভিন্ন গুৰুত্বপূৰ্ণ ভূমিকাত একুৰি বছৰতকৈও অধিক কাল থকা এইজন লোকৰ ব্যক্তিত্বৰ মূল্যায়ন কৰিবলৈ যোৱাটো অতি কঠিন। সহজসাধ্য নহয়।

ব্যক্তিত্ব বুলিলে এজন লোকৰ, ব্যক্তিৰ গোটেই জীৱনধাৰাটোৱেই চৰ্চাৰ বিষয় হ'ব লাগে। ইংৰাজীত ব্যক্তিত্বৰ প্ৰতিশব্দ 'Personality'। Oxford অভিধানমতে ইয়াৰ অৰ্থ 'ব্যক্তিৰূপে পৰিচয় আৰু ব্যক্তিৰ বিশেষ গুণাগুণ।' Chambers অভিধানমতে 'ব্যক্তিৰূপে অৱস্থিতি, মানুহৰ নিজস্ব গুণ আদি বুজাবলৈ ইয়াক ব্যৱহাৰ কৰা হয়। হেমকোষত ব্যক্তিত্ব শব্দটোকে পোৱা নগ'ল। অসম প্ৰকাশন পৰিষদৰ আধুনিক অসমীয়া অভিধানত ব্যক্তিত্ব মানে 'যি কোনো নিৰ্দিষ্ট ব্যক্তিৰ বিশেষত্ব' বুজাইছে।

এচাম পণ্ডিতে মত পোষণ কৰে যে ব্যক্তিত্ব কোনো এজন ব্যক্তিৰ স্বৰূপ প্ৰকাশৰ সম্যক ৰূপ নহে আংশিক প্ৰকাশহে মাত্ৰ। কিয়নো এজন লোকৰ আত্মপ্ৰকাশ তেওঁৰ ব্যক্তিত্ব আৰু সামাজিক ৰীতি-নীতিৰ লগত সামঞ্জস্য ৰাখোতে

কিছু পৰিমাণে হ'লেও বাধাগ্ৰস্ত হয়। বিখ্যাত মনোবিজ্ঞানী ফ্ৰয়ডেও এই কথা সমৰ্থন কৰিছে।

পণ্ডিত নেহৰুৱে কৈছিল—

"Personality is an indefinable thing, a strange force that has power over the soul of men."

শইকীয়াৰ পাৰ হৈ যোৱা দিনবোৰ বিচিত্ৰ। বৈচিত্ৰ্যময়। কৰ্মবহুল। সীমিত অথবা বিহংগম দৃষ্টিৰে তেওঁৰ ব্যক্তিত্বৰ প্ৰকৃত মূল্যায়ন সহজসাধ্য নহয়। সেয়েহে তেওঁৰ ব্যক্তিত্বৰ মূল্যায়ন কৰিবলৈ যাওঁতে অসমৰ সামাজিক পৰিস্থিতি বাদ দিব পৰা নাযায়। শইকীয়া মুখ্যমন্ত্ৰী হৈছিল জটিল পৰিস্থিতিত। অগ্নিময় উত্তপ্ত পৰিস্থিতিত, য'ত কেৱল সন্ত্ৰাসৰ বিভীষিকা। অসমৰ জনজীৱন অশান্তিৰ লেলিহান শিখাই বিব্ৰত কৰি তুলিছিল। এনে পৰিস্থিতিত প্ৰশাসনৰ মুখ্য হৈ ৰাজ্যখনৰ জটিল সমস্যা সমাধান কৰাটো সাধাৰণ কথা নহয়। সেইবাবে সফলতাৰ লগত ক্ষেত্ৰ বিশেষে বিফলতা থকাটো একো অস্বাভাৱিক নহয়। ই তেনেই স্বাভাৱিক। কিন্তু সেইবুলি বিফলতাই তেওঁৰ ব্যক্তিত্বক ম্লান কৰিব পৰা নাই, নোৱাৰে। এনে পৰিস্থিতিৰ সন্মুখীন অসমৰ কোনো এজন মুখ্যমন্ত্ৰী এতিয়ালৈকে হোৱা নাই। আনকি সিংহপুৰুষ লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱো। প্ৰশাসনীয় দক্ষতাত শইকীয়াদেৱ আৰু বৰদলৈদেৱৰ ভিতৰত বহুখিনি মিল আছে। সুদক্ষ প্ৰশাসক দুয়োজনেই, দুয়োজনেই অসম ৰক্ষা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। সংকটপূৰ্ণ মুহূৰ্তত। বৰদলৈদেৱে এক দুৰ্যোগপূৰ্ণ সময়ত অসমক পূৰ্ববংগৰ লগত অন্তৰ্ভুক্ত কৰাৰ পৰা ৰক্ষা কৰিছিল। হিতেশ্বৰ শইকীয়াদেৱে আজিৰ অসমক খণ্ড-বিখণ্ড হোৱাৰ পৰা ৰক্ষা কৰিবলৈ যত্ন কৰিছে, বিভেদকামী বিচ্ছিন্নতাবাদী শক্তিবোৰক বাধা দিছে। সাহসেৰে, আত্মপ্ৰত্যয়েৰে। শাসনৰ বাঘজৰী হাতত থাকিলে তেওঁ অসম খণ্ডিত হ'বলৈ নিদিয়ে বুলি আমাৰ দৃঢ় বিশ্বাস।

সংগঠক হিচাপে শইকীয়াৰ প্ৰতিভা আৰু দক্ষতা সৰ্বজন বিদিত। সুসংগঠক শইকীয়াই কংগ্ৰেছৰ কাণ্ডাৰী হৈ আশীৰ দশকৰ শেষৰফালে মৃতপ্ৰায় কংগ্ৰেছক সংগঠিত কৰিলে তৃণমূল পৰ্যায়ৰ পৰা। অকল সেয়ে নহয়, সংগঠক হিচাপে উত্তৰ-পূব ভাৰতৰ দলীয় সংগঠনত তেওঁৰ কৃতিত্ব অপৰিসীম। বৰ্তমান ৰাজনীতিত ভাৰতৰ উত্তৰ-পূব প্ৰান্তৰ ৰাজ্য কেইখনত তেওঁৰ স্থিতি অন্যৰ উৰ্দ্ধত।

শইকীয়াই ভাৰতৰ জাতীয় ঐক্য আৰু সংহতিৰ ওপৰত সদায়ে গুৰুত্ব আৰোপ কৰি আহিছে।

বহু পণ্ডিতৰ মতে ভাৰতীয় সংস্কৃতি একক সংস্কৃতি। বিভিন্ন প্ৰান্তত বিভিন্নৰূপে ইয়াৰ বিকাশ ঘটিছে। কোনো কোনোৱে আকৌ ভাৰতীয় সংস্কৃতি যৌগিক সংস্কৃতি বুলিও কয়। ড° বিৰজা শংকৰ গুহৰ মতে ভাৰতীয়সকল ছটা বিভিন্ন

জনগোষ্ঠীৰ লোকেৰে গঠিত। নেগ্ৰিট', প্ৰ'ট-অষ্ট্ৰেলিয়, মংগোলীয়, ভূমধ্যসাগৰীয়, পশ্চিমীয়া প্ৰশস্ত-মস্তকী আৰু নৰ্ডিক। ড° ভুবনমোহন দাসেও অন্য ছটা প্ৰজাতীয় উপাদানৰ কথা উল্লেখ কৰিছে। তেওঁলোক হ'ল অষ্ট্ৰলয়ড, ইণ্ডো-আৰ্য, ইৰাণো-স্কাইথীয়, মুণ্ডাৰীভাষী, মালয়-পলিনেছীয় আৰু মংগোলীয়। সি যিয়েই নহওক, বিভিন্ন সময়ত ভাৰতলৈ অহা এই লোকসকলে নিজৰ নিজৰ সংস্কৃতি প্ৰতিষ্ঠা কৰিছিল যদিও কালক্ৰমত সেই সকলৰ সংস্কৃতি পাৰস্পৰিক সংস্পৰ্শলৈ আহে আৰু ইয়াৰে সমন্বয়ত বৰ্তমানৰ ভাৰতীয় যৌগিক সংস্কৃতিৰ জন্ম হয়। এয়ে হ'ল ভাৰতৰ সমন্বয়ৰ সংস্কৃতি। অনেক প্ৰখ্যাত পণ্ডিতৰ মতে ই নিগ্ৰ'সংস্কৃতি, অষ্ট্ৰিক সংস্কৃতি, মংগোলীয় সংস্কৃতি, দ্ৰাবিড় সংস্কৃতি, আলপাইন সংস্কৃতি আৰু আৰ্য সংস্কৃতিৰ উপাদানৰ যৌগিক ৰূপ। অসমীয়া সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ এটি উপকৰণ মাত্ৰ। উত্তৰ-পূৱ ভাৰতত অষ্ট্ৰিক, মংগোলীয়, আৰ্য, আলপাইন সংস্কৃতিৰ সমন্বয় ঘটিছে। প্ৰথমে অষ্ট্ৰিক আৰু মংগোলীয় সংস্কৃতিয়ে তৈয়াৰ কৰা ভেটিত আৰ্য আৰু আলপাইন সংস্কৃতিয়ে গা কৰি উঠিছে।

গতিকে আমি এক জাতীয়। শইকীয়াৰ ভাষাত— "আমি অসমৰ, আমি ভাৰতৰ।" অসমত থকা লোকসকল অসমীয়া। জনজাতি, অন্য পিছ পৰা জাতি আৰু অন্যান্য জাতিসমূহ সকলো অসমীয়া। ধৰ্ম, জাত, গোষ্ঠীয়ে আমাক পৃথক কৰি দেখুৱাবলৈ বহুজনে অপচেষ্টা কৰিলেও ইতিহাসে সোঁৱৰাই আছে প্ৰকৃত অসমীয়া এটা জাতি। বিভিন্ন জনজাতিৰ মাজত সমন্বয় ঘটিয়ে অসমীয়া জাতিটোৰ সৃষ্টি হৈছে। অসমলৈ প্ৰায় ৭০০ বছৰ পূৰ্বে অহা টাইসকলে নিজৰ অধিকৃত ৰাজ্যখনৰ প্ৰচলিত ভাষা, সংস্কৃতি, ধৰ্ম গ্ৰহণ কৰি এক নতুন সাংস্কৃতিক পৰিবেশৰ সৃষ্টি কৰিছিল। শইকীয়াই নিজেও উপলব্ধি কৰে—

"স্বৰ্গদেউ চুকাফাই দেখুৱাই যোৱা বাটেদি খোজ পেলাই পিছৰ যুগত আহোম স্বৰ্গদেউ সকলে থলুৱা ভাষা-সংস্কৃতি, ধৰ্ম আদি হেলাৰঙে আদৰি লোৱাৰ প্ৰেৰণা পাইছিল আৰু শিল্পকলাৰ বিকাশ আৰু বিস্তাৰৰ বাবেও বহুমূলীয়া বৰঙণি আগবঢ়াইছিল। নিজৰ সুকীয়া ভাষা-ধৰ্ম, ৰীতি-নীতি থকা সত্ত্বেও থলুৱা ভাষা আৰু ধৰ্ম আঁকোৱালি লৈ আৰু থলুৱা জাতি-উপজাতিৰ সৈতে বৈবাহিক সম্পৰ্ক পাতি এক সুসমন্বিত জাতি সত্তা গঠনৰ উদাৰ আদৰ্শ স্বৰ্গদেউ সকলে তেওঁলোকৰ জীৱন আৰু কৰ্মৰ যোগেদি আমাক দেখুৱাই থৈ গৈছে। ত্যাগ আৰু সহিষ্ণুতাৰ এনে সুন্দৰ দৃষ্টান্ত হয়তো বিশ্বৰ ইতিহাসত অতি বিৰল।"

অসমলৈ অহা আৰ্যসকলে নিজৰ মূল সংস্কৃতিৰ লগতে অসমৰ প্ৰচলিত আচাৰ ব্যৱহাৰ গ্ৰহণ কৰিবলৈ সংকোচ কৰা নাছিল। কোনোদিনে, কদাচিতো। উল্লেখযোগ্য যে অসমৰ আদিম মংগোলীয় লোক সকলেও নিজৰ শক্তিশালী সাংস্কৃতিক সত্তাৰ লগত পিছত অহা আৰ্যসকলৰ সংস্কৃতিৰ উপাদানৰ কিছু

কিছু অংশ গ্ৰহণ কৰিবলৈ কেতিয়াও কুণ্ঠাবোধ কৰা নাছিল। এনেদৰেই গঢ়ি উঠিল দিয়া নিয়াৰ সংস্কৃতি। সমন্বয়ৰ সংস্কৃতি। অসমৰ চাহবনুৱা সকল বাহিৰে অষ্ট্ৰিক ভাষা-ভাষী লোক। বাংলাদেশৰ প্ৰব্ৰজনকাৰী সকল বাহিৰে অষ্ট্ৰ দ্ৰাবিড়। ব্ৰাহ্মণ কায়স্থ সকল আৰ্যমূলীয়। খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা অষ্টাদশ শতিকালৈকে মোগল পাঠানৰ আক্ৰমণৰ সময়ত অসমত থকা আৰু উত্তৰ ভাৰতৰ পৰা অহা আৰ্য মুছলমান সকলেও প্ৰাচীন কালৰে পৰা অসমত অসমীয়া হৈ বসবাস কৰি আছিছে। কোনোৱে নিজক পৃথক দৃষ্টিৰে চোৱা নাই। উৰিষ্যা, তামিলনাডু, অন্ধ্ৰ আদি দক্ষিণ ভাৰতীয় দ্ৰাবিড় লোকসকলৰ সাংস্কৃতিক উপাদানেও অসমীয়া সংস্কৃতিলৈ বহুগুণি যোগাইছে। বাৰে বৰণীয়া নতুন উপাদান সংযোজিত হৈ অসমীয়া সংস্কৃতি আৰু চহকী হৈছে। গতিকে অসমীয়া আৰু ভাৰতীয় দুটা ভিন্ন নাম হ'লেও এটাক বাদ দি আনটো চিন্তা কৰিব নোৱাৰি।

শইকীয়াই ৰাজ্যিক জাতীয় সংহতি সমিতিৰ বৈঠকৰ ভাষণত জাতীয় সংহতি জীৱনাদৰ্শ হোৱাৰ ওপৰত অধিক গুৰুত্ব দিছে। তেওঁ জাতীয় সংহতিৰ প্ৰশ্নটো জটিলতাৰ সন্মুখীন হোৱাৰ কথা উল্লেখ কৰি ভাৰতৰ প্ৰাচীন ঐতিহ্যৰ বিষয়ে এনেদৰে দোহাৰিছিল—

"ভাষাৰ ক্ষেত্ৰত, ধৰ্মৰ ক্ষেত্ৰত, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ আন আন সকলো ক্ষেত্ৰত আমাৰ দেশৰ বৈচিত্ৰ্যাই সকলোকে বিস্মিত কৰি আহিছে। কিন্তু তাতোকৈও বেছি বিস্মিত কৰি আহিছে এই বৈচিত্ৰ্যৰ অন্তৰালত লীন হৈ থকা ভাৰতবৰ্ষৰ একাত্মবোধৰ আদৰ্শই। আচলতে অতীতৰ পৰাই বৈচিত্ৰ্যৰ মাজত ঐক্যই আমাৰ দেশৰ বাই শক্তি আৰু সৌন্দৰ্যৰূপে স্বীকৃত হৈ আহিছে। যুগ যুগ ধৰি এই বৈচিত্ৰ্যক ভাৰতে জীয়াই ৰাখিছে আৰু উৎসাহিতও কৰিছে। কুৰজীৰ কোনো সময়তে আমাৰ দেশখনে এটা উমৈহতীয়া ভাষাত কথা কোৱা নাছিল, এটা উমৈহতীয়া ধৰ্মবিশ্বাসত সমগ্ৰ দেশ দীক্ষিত হোৱা নাছিল, কুৰজীৰ বেলেগ বেলেগ পৰ্যায়ত বেলেগ বেলেগ জনগোষ্ঠীৰ মানুহে ইয়াত বসবাস কৰিবলৈ লৈছিলহি। কিন্তু এই বৈচিত্ৰ্যাই ভাৰতীয় মানসক বিভ্ৰান্ত কৰা নাছিল। সময়ে সময়ে হয়তো সংকীৰ্ণ আবেগ উত্তেজনাই ভাৰতীয় ঐক্যৰ অন্তৰ্নিহিত সত্যক ঢাকি দিব খুজিছিল, পিছে যুগ যুগ ধৰি গঢ়ি উঠা এটা সত্যক ক্ষণিকৰ আৱেগতে কোনোদিনেই নিঃশেষ কৰি দিব পৰা নাছিল।" (১৫ জুলাই, ১৯৮৮)

সংহতি ৰক্ষণৰ বাবে সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে যুঁজিবলৈ শইকীয়াৰ মতে মানুহৰ মনস্তাত্ত্বিক পৰিবৰ্তন ঘটাব লাগিব। সাম্প্ৰদায়িক ঘটনা এটাক কেৱল আইন শৃংখলাৰ দৃষ্টিকোণৰ পৰা চলে ভুল কৰা হ'ব। গতিকে দেশবাসীৰ মনত ঐক্য আৰু সংহতি, মিলন আৰু সম্প্ৰীতিৰ চেতনা, একত্ৰৰ অনুভূতিৰ উপলব্ধি আৰু জাতিৰ প্ৰতি আনুগত্যবোধ জগাই তুলিবলৈহে জাতীয় সংহতিৰ

শাসনৰ সময়তো সাম্প্ৰদায়িকতাক উচটনি দি ভাৰতৰ ঐক্য দুৰ্বল কৰিবলৈ অশেষ চেষ্টা কৰিছিল। এই অপচেষ্টাৰ ফলত দেশ বিভাজন হ'ল যদিও ভাৰতীয় ঐক্যৰ ওচৰত বৃটিছ শক্তিয়ে হাৰ মানিবলৈ বাধ্য হ'ল। বৰ্তমানো বিভেদকামী শক্তিবোৰে জাতীয় ঐক্য বিনষ্ট কৰিবলৈ চেষ্টা কৰিয়ে আছে।

শইকীয়াই কটন কলেজৰ ছাত্ৰ-ছাত্ৰী সকলক উদ্দেশ্য কৰি কৈছিল—

"বিচ্ছিন্নতাবাদ যে আমাৰ আত্মহত্যাৰ নামান্তৰহে মাত্ৰ, সেইকথা আমি উপলব্ধি কৰা উচিত। আমি পাহৰা ঠিক নহয় যে অখণ্ড স্বাধীন ভাৰতৰ বাবেই আমাৰ আগৰ প্ৰজন্মই প্ৰাণ পৰ্যন্ত আহুতি দিবলৈ কুণ্ঠাবোধ কৰা নাছিল, কিয়নো তেখেত সকলে জানিছিল যে ভাৰতৰ অখণ্ডতাই ভাৰতৰ তথা অসমৰো ভৱিষ্যতৰ একমাত্ৰ নিৰ্ভৰ।"

ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলন ভাৰতীয় সকলৰ ঐক্য আৰু অহিংসাৰ প্ৰধান সাক্ষ্য। ইয়াৰ ওপৰত গুৰুত্ব দি শইকীয়াদেৱে পুনৰ কৈছিল—

"সেইকালৰ পৰা চাবলৈ গ'লে ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলন কেৱল বিদেশী শাসনক ওফোৰাই দিয়াৰ চেষ্টাৰ মাজতে সীমাবদ্ধ নাছিল, এই আন্দোলন আছিল অহিংসা আৰু জাতীয় ঐক্যৰ আদৰ্শ প্ৰতিষ্ঠাৰো আন্দোলন। অৰ্থাৎ বিয়াল্লিচত যি সকল বীৰ-বীৰাঙ্গনাই আত্মাহুতি দিছিল, তেওঁলোকে কেৱল বিদেশী শাসকক খেদি পঠিওৱাৰ বাবেই প্ৰাণ দিয়া নাছিল, তেওঁলোকে প্ৰাণ দিছিল অহিংসাৰ আদৰ্শক সমৃদ্ধ কৰাৰ বাবেও। ভাৰতবৰ্ষৰ ঐক্যৰ বা ত্যাগ বা কষ্ট স্বীকাৰ কৰা সকলক শ্ৰদ্ধাঞ্জলি জনাবলৈ যাওঁতে স্বাভাৱিকতে এই আদৰ্শৰ কথাও পাহৰিলে নহ'ব।"

ভাৰতীয় ঐক্যৰ ধাৰণা অসমঁৰ বাবে নতুন কথা নহয়, আমাৰ চেতনাত অখণ্ড ভাৰতৰ সাধনা অতীতলৈ উভতি চালেও দেখা পোৱা যায়। শইকীয়াই এই কথাৰ গুৰুত্ব দিবলৈ তেওঁৰ বক্তৃতাত গুৰুজনা শ্ৰীমন্ত শংকৰদেৱৰ লিখনিলৈয়ো আঙুলিয়াই দেখুৱাইছে। শ্ৰীমন্ত শংকৰদেৱে আৰু শ্ৰীশ্ৰী মাধৱদেৱে সামাজিক সাংস্কৃতিক নৱন্যাসৰ বাবে অতুলনীয় অৰিহণা আগবঢ়াইছিল। তেখেত সকলৰ লিখনিত ভাৰতৰ অখণ্ডতাৰ চিন্তাধাৰা প্ৰতিফলিত হৈছে। ভাৰতৰ পৰা অসমক বিচ্ছিন্ন কৰা গুৰুজনাই কেতিয়াও ভবা নাছিল, বৰঞ্চ ৫০০ বছৰতকৈও অধিক কাল পূৰ্বেই ভাৰতত জন্ম লাভ কৰাটো সৌভাগ্য বুলিয়ে বিবেচনা কৰিছিল। মহাপুৰুষ মাধৱদেৱে বৰগীতত লিখিছে—

"ধন্য ধন্য কলিকাল ধন্য নৰ তনুভাল
ধন্য ধন্য ভাৰত বৰিষে।"

গুৰুজনাই এনে উক্তি কৰি নিজৰ ভাৰতীয় সত্তাৰ পৰিচয় দিছিল। এই কথা আজিৰ অসমীয়াই পাহৰিব নালাগে। আনকি আধুনিক অসমৰ সংস্কৃতিৰ

জনক ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ উদ্ধৃতি দিও শইকীয়াই তেওঁৰ বক্তব্য দাঙি ধৰিছিল যে জ্যোতিপ্ৰসাদেও অসম ভাৰতৰ পৰা বিচ্ছিন্ন এক অংশ বুলি কেতিয়াও ভবা নাছিল, যদুকে ৰূপকোঁৱৰে "মোৰে ভাৰতৰে মোৰে সপোনৰে চিৰ সুন্দৰ সংস্কৃতি"ৰ কথাহে উল্লেখ কৰিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে আধুনিক অসমীয়া সংগীতৰ কৰ্ণধাৰ ড° ভূপেন হাজৰিকাই "অসম আমাৰ ৰূপহী, গুণৰো নাই শেষ, ভাৰতৰে পূৰ্ব দিশৰ সূৰ্য উঠা দেশ" বুলিহে কৈছে।

অসম-কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীতকৈও নিঠাৱান অসমীয়া কোনোবা আছেনে? ৰায়চৌধুৰীৰ লিখনিতো ভাৰতীয় চিন্তাধাৰা প্ৰতিফলিত হৈছে। সৰুকালতে তেওঁ 'ভাৰত যাত্ৰা' বুলি ৰাজনৈতিক নাটক এখনো তেখেতে লিখিছিল। ৰায়চৌধুৰীৰ এটি স্বদেশানুৰাগমূলক কবিতাৰ একাংশ উদ্ধৃত কৰিছে—

"......তোৰ জননী দাসী
তথাপি তোৰ নাই যে চেতনা হায়ৰে ভাৰতবাসী।"

গান্ধীবাদত বিশ্বাসী শইকীয়াৰ আদৰ্শ শক্তিশালী ভাৰতৰ অখণ্ডতা ৰক্ষা কৰা। জাতীয় সংহতি বিনষ্ট কৰা কোনো কাৰ্য তেওঁ সমৰ্থন নকৰে। অসম বিভাজনো শইকীয়াই সমৰ্থন কৰা নাই।

হিতেশ্বৰ শইকীয়াদেৱ অহিংস নীতিত বিশ্বাসী। শৈশৱৰ পৰাই বাপুজীৰ আদৰ্শৰে অনুপ্ৰাণিত শইকীয়া অহিংসাৰ সমৰ্থক। তেওঁৰ বক্তৃতাত এই অনুভূতি আমি সুন্দৰকৈ শুনিবলৈ পাওঁ। তেওঁ উল্লেখ কৰিছে—ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰা অসমীয়া ডেকা কুশল কোঁৱৰ আছিল নিৰস্ত্ৰ অহিংস যোদ্ধা। বৃটিছ শাসকে এই নিৰস্ত্ৰ মুক্তিকামীক ফাঁচী দিছিল যদিও হিংসা-অহিংসাৰ সেই যুঁজত কুশল কোঁৱৰৰ পৰাজয় হোৱা নাছিল। নৈতিক পৰাজয় হৈছিল প্ৰকৃততে বন্দুকেৰে সজ্জিত বৃটিছ সকলৰহে। বৃটিছৰ গুলিৰ আঘাতত অসম-জীয়ৰী কনকলতাই আত্মদান দিছিল। কনকলতা অমৰ হ'ল, তেওঁ নৈতিক জয় লাভ কৰিলে।

হিতেশ্বৰ শইকীয়াদেৱে অহিংসাবাদ ভাৰতীয় পৰম্পৰাৰে অংশ বুলি দৃঢ়ভাৱে সদায়ে কৈ আহিছে। হিংসাতকৈ অহিংসা বেছি শক্তিশালী, সেইবাবেই অহিংস নীতি শইকীয়াৰ আদৰ্শ। কটন কলেজৰ বিয়াল্লিচৰ ভাৰত ত্যাগ আন্দোলনৰ সোণালী জয়ন্তীৰ উদ্‌যাপন কৰি দিয়া ভাষণত এই কথা স্পষ্টভাৱে প্ৰকাশ পাইছে।

"বাপুজীয়ে গুৰুত্ব দিয়া অহিংসা বা ভাৰতীয় ঐক্যৰ প্ৰমূল্যসমূহ দৰাচলতে আমাৰ পৰম্পৰাৰে অংশ। বাপুজীয়ে মাথোন সেই পৰম্পৰাক সমৃদ্ধ কৰি দৃঢ়তৰ কৰি দেশবাসীৰ হাতত অস্ত্ৰ হিচাপে তুলি দিছিল। ভাৰতৰ পৰম্পৰাত অহিংসাই সদায়ে হিংসাতকৈ অধিক গুৰুত্ব লাভ কৰি আহিছে। আমাৰ পুৰণি শাস্ত্ৰ আদি

পঢ়িলেও আমি দেখো যে অস্ত্ৰশক্তিতকৈ বা হিংসাৰ শক্তিতকৈ ভাৰতবৰ্ষই সদায়েই নৈতিক শক্তিক, অহিংসাৰ শক্তিক বেছি প্ৰাধান্য দি আহিছে। সম্ৰাট অশোকে অস্ত্ৰবলেৰে কলিংগ জয় কৰিও হিংসাৰ শোকবহ পৰিণতি দেখি পৰাজয়ৰ গ্লানি অনুভৱ কৰিছিল। অস্ত্ৰৰ বলেৰে তেওঁ এখনমাত্ৰ চুবুৰীয়া ৰাজ্য অধিকাৰ কৰিছিল, কিন্তু অহিংসা আৰু প্ৰেমৰ শক্তিৰে তেওঁ জয় কৰিছিল দূৰ-দূৰণিৰো বিভিন্ন দেশৰ মন।" (১৯ আগষ্ট, ১৯৯২)

বিশ্ব-ইতিহাসত হিংসাৰ জয়ৰ দৃষ্টান্ত পোৱা নাযায়। আমেৰিকাৰ অহিংস যুজাৰু ড°মাৰ্টিন লুথাৰ কিংৰ মতেও—

"Non-violence is a powerful and just weapon. It is a weapon unique in history which cuts without wounding and ennobles the men who weild it. It is a sword that heals."

শইকীয়াই বিশ্বাস কৰে যে হিংসা দৰাচলতে নৈতিক পৰাজয়ৰে নামান্তৰ মাত্ৰ। হিংসা বা সন্ত্ৰাসবাদে কোনো সমস্যাৰ সমাধান নকৰে বুলি দৃঢ়তাৰে তেওঁ কৈ আহিছে। সেই দৃঢ় মনোভাবৰ বাবেই আলফাৰ দৰে সশস্ত্ৰ সংগ্ৰামী সংগঠনকো আলোচনাৰ মেজলৈ আনিবলৈ তেওঁ সমৰ্থ হৈছে।

হিতেশ্বৰ শইকীয়া নম্ৰ আৰু দৰদী ব্যক্তি। নম্ৰতাৰ লগতে সাহসী হোৱাৰ কাৰণে ৰাজনৈতিক ক্ষেত্ৰত শইকীয়া হৈছে অপৰাজেয়। সাহিত্যিক শৃল শৰ্মাদেৱে তেওঁৰ বিষয়ে কৰা তলৰ উক্তি উল্লেখযোগ্য—

"আলফাৰ হিংসা, অপহৰণ আৰু সন্ত্ৰাসবাদৰ অৱসান ঘটাই কঠোৰ আৰু নৰম নীতি একে সময়তে অবলম্বন কৰি তেওঁ যি পৰিপক্ক ৰাজনীতিজ্ঞানৰ পৰিচয় দিছে সিয়ে তেওঁৰ কাৰ্যদক্ষতাৰো পৰিচয় দাঙি ধৰিছে। আলফাৰ সমস্যাটো এনে ধৰণেৰে শান্তিপূৰ্ণ উপায়েৰে সমাধান কৰিবলৈ সক্ষম হ'ব বুলি তেওঁৰ ঘোৰ বিৰোধী বিপক্ষত থকা লোকৰ কথাতো বাদেই, তেওঁৰ নিজৰ পক্ষত থকা লোকেও কল্পনা কৰিব পৰা নাছিল।"

শৈশৱৰ পৰা ঘনিষ্ঠ সম্পৰ্ক থকা শৰ্মাই শইকীয়াৰ গাত থকা একাধিক গুণৰ বিষয়ে কৈছে—

"তেওঁ যে এনেদৰে সাধাৰণ অৱস্থা আৰু ঠেক পৰিবেশ এটাৰ পৰা দোপত দোপে উন্নতি কৰিব, কল্পনাই কৰিব পৰা নাছিলো। আজি অসম কিয়, ভাৰতত সকলোৱেই একেমুখে স্বীকাৰ কৰে, হিতেশ্বৰ শইকীয়া চতুৰ ৰাজনীতিবিদ, যোগ্য প্ৰশাসক আৰু সবাতোকৈ দৰদী ব্যক্তি। মানুহৰ জীৱনলৈ সুযোগ অপ্ৰত্যাশিতভাৱে কেতিয়াবাহে আহে, সেই সুযোগ যি ব্যৱহাৰ কৰিব পাৰে তেৱেঁই প্ৰকৃত উন্নতি কৰিবলৈ সক্ষম হয়। হিতেশ্বৰ শইকীয়াই উন্নতি কৰাৰ মূল কাৰণ হ'ল তেওঁ সেই সুযোগৰ সদ্ব্যৱহাৰ কৰিব পাৰিলে।" মেকিয়াভেলীৰ এক উক্তি— "ৰাজনীতিকে বনৰজাৰ সাহ আৰু শিয়ালৰ বুদ্ধি একত্ৰিত কৰিব

পাৰিলেই সফল ৰাজনীতিজ্ঞ হ'ব পাৰে"—সেই কথা উল্লেখ কৰি তেওঁ পুনৰ কৈছে যে শইকীয়াৰ গাত এই কথা ফলিয়াইছে। এই দুয়োটা গুণৰ সমাবেশ ঘটিলেও শইকীয়া বেছি দৰদী হোৱা বাবে এই সংগুণটো দুৰ্বল গুণৰ পৰিচায়ক যেন হৈছে। বহু সময়ত বেছি দৰদী হোৱা বাবে বহু অসুবিধাৰ তেওঁ সন্মুখীনো হৈছে।

শইকীয়া দৰদী ব্যক্তি। তেওঁ প্ৰতিহিংসাপৰায়ণ নহয়। ইয়াত সন্দেহৰ অবকাশ নাই। নহ'লেনো সন্ত্ৰাসবাদীৰ হাতত পুত্ৰসম ভতিজা প্ৰদীপ আৰু সহোদৰ ৰোহিণীক হেৰুৱাইও প্ৰতিহিংসাৰ মনোভাৱক প্ৰশ্ৰয় নিদি মৰমেৰে সকলোকে আকোঁৱালি ল'ব পাৰেনে? এইখিনিতে শৰ্মাদেৱে কোৱা ঘটনা এটা মনলৈ আহিছে। যিদিনা জনতা ভৱনত সংযুক্ত মুক্তি-বাহিনীৰ মুখ্য সদস্য কেইজনে আত্মসমৰ্পণ কৰিছিল, শইকীয়াই তেওঁলোকক আকোঁৱালি ধৰি বোলে কৈছিল— "আজি মোৰ ভাই উভতি অহা যেন লাগিছে।" সেইদিনা ভাতৃৰ খালি হোৱা ঠাই পূৰ্ণ হ'ল বুলি শইকীয়াই হয়তো শান্তি পাইছিল। এনে আদৰ্শ বিৰল। সাধাৰণ লোকৰ বাবে ই সহজ কথা নহয়। সেইবাবে শইকীয়া অসাধাৰণ।

জুলাই মাহৰ ৮ তাৰিখ। বাৰটো মনত নাই। শইকীয়াদেৱৰ জনতা ভৱনৰ চেম্বাৰলৈ যাওঁতে মুখ্যমন্ত্ৰীৰ সাক্ষাতৰ বাবে প্ৰাৰ্থীসকলৰ মাজত বৈ থকা এগৰাকী কমবয়সীয়া মহিলাক লগ পাইছিলো। কথা প্ৰসঙ্গত মহিলা গৰাকীয়ে ক'লে যে তেওঁৰ স্বামীয়ে গুলিৰ আঘাতত দৃষ্টিশক্তি হেৰুৱাইছে। তেখেতৰ আৰোগ্যৰ বাবে কিবা এটা ব্যৱস্থা কৰিবলৈ মুখ্যমন্ত্ৰীক লগ পাবলৈ আহিছে। সেইদিনা বিশেষ জৰুৰী কাৰণত কেইজনমান সাক্ষাতকাৰীৰ পিছতে মুখ্যমন্ত্ৰীৰ সাক্ষাৎ বাতিল কৰা হৈছিল। মানুহ গৰাকীয়ে ৰবকৈ খাটনি ধৰিছিল যে মই মুখ্যমন্ত্ৰীক লগ পালে তেওঁৰ কথা যেন কওঁ। বিপদত পৰা মানুহগৰাকীক দেখি মোৰ মৰম উপজিছিল। মুখ্যমন্ত্ৰী শইকীয়াদেৱক মই মাত্ৰ কেইমিনিট মানৰ কাৰণেহে লগ পালো আৰু আহিবৰ সময়ত মানুহ গৰাকীৰ কথা ক'লো। মই আচৰিত হৈছিলো। ইমান দৰদী মুখ্যমন্ত্ৰী। শইকীয়াদেৱে ব্যস্ততাৰ মাজতো কোৱাৰ লগে লগে সেই দুৰ্ভগীয়া মহিলা গৰাকীক লগ ধৰিছিল। হয়তো সমস্যাৰ সমাধানো হৈছিল। তেওঁৰ দৰদী অন্তৰৰ কথা ব্যক্তিগত সহায়ক মাখন বৰুৱাইও লিখিছে— "নিজে কৰ্মব্যস্ত থাকিলেও তেখেতৰ সহকৰ্মী সকলৰ সুখ-দুখ, অভাৱ-অভিযোগৰ কথা সদায় মনত ৰাখিছিল। আমাকে কেতিয়াবা কয় —আমনি পাইছা নেকি? ভাগৰ লাগিছে যদি শুই থাকাগৈ মই পাৰিম যোৱা।"

সান্নিধ্যলৈ নাহিলে এজন ব্যক্তিক বা তেওঁৰ গুণৰাজিক উপলব্ধি কৰিব নোৱাৰি। বহুবাৰ মই নিচেই ওচৰৰ পৰা শইকীয়াদেৱক বুজিবলৈ চেষ্টা কৰিছো, সত্য উদঘাটন কৰিবলৈ যত্ন কৰিছো। মাজে মাজে দুই এখন কাকতে-পত্ৰই

প্ৰচাৰিত অসমৰ 'বিতৰ্কিত ব্যক্তি', 'খলনায়ক' জনক মই কিন্তু তেওঁৰ মাজত দেখা নাই। দেখিছো এজন অতি মৰমিয়াল, সকলো কথা সুক্ষ্মভাবে উপলব্ধি কৰিব পৰা অদ্ভুত কৰ্মশক্তি সম্পন্ন ব্যক্তিকহে।

অদ্ভুত ক্ষমতা শক্তিৰ অধিকাৰী শইকীয়াদেৱ। একেসময়তে মানুহৰ লগত কথা পাতিব, টেলিফোনত অন্যৰ লগত কথা পাতিব, অফিচৰ ফাইলতো চহী কৰিব। পত্নী ড°হেমপ্ৰভা শইকীয়াইও কৈছে— "যিমানেই ব্যস্ত নাথাকক কিয়, ঘৰুৱা দায়িত্বও তেখেতে অৱহেলা নকৰে। ঘৰুৱা ডাঙৰ সমস্যাৰ কথা নকওঁ বুলি ভাবিও সৰ্বশেষত তেখেতক কওঁ আৰু সমাধানো তেখেতেই কৰে।" সামাজিক জীৱনতো কোনো লোক সমস্যা লৈ শইকীয়াৰ ওচৰ চাপিলে নিৰাশ হৈ উভতি যাব নাগালে। বন্ধুৰ কথাতো বাদেই, শত্ৰুপক্ষৰ লগতো একে ব্যৱহাৰ।

বৰ্তমান যুগ যুক্তিবাদৰ যুগ। সকলো কথা ভালকৈ চালি-জাৰি চাইহে ভবিষ্যৎ ক্ৰিয়া প্ৰতিক্ৰিয়া আদিলৈ লক্ষ্য ৰাখিহে কোনো কথাৰ সমাধান নিৰূপণ কৰা হয়। শইকীয়া যুক্তিধৰ্মী লোক, যুক্তিবাদী লোক। নিজৰ মতত দৃঢ় হ'লেও বৃহত্তৰ স্বাৰ্থৰ যি কোনো মীমাংসাৰ বাবে তেওঁ সদায় সাজু। সেয়েহে ৰাজনৈতিক জীৱনত মুখামুখি হোৱা প্ৰত্যেকটো সমস্যাক যুক্তিৰে জুকিয়াই চাইছে, আলাপ আলোচনা, এৰা-ধৰা মনোভাবেৰেহে আপোচ সূত্ৰ বাহিৰ কৰিছে, সমাধানৰ পথো উলিয়াইছে। আজি অসমত এচাম তথাকথিত বুদ্ধিজীৱীয়ে গুণী লোকৰ গুণৰ সমাধি ৰচনা কৰিবলৈ লোৱা যেন লাগে। পিছে জুইক কাপোৰেৰে ঢাকিব নোৱাৰি। শইকীয়াৰ ক্ষেত্ৰতো বহুচৰ্চা কাকতে-পত্ৰই কৰা দেখা যায়। কিন্তু শইকীয়া পলায়নবাদী লোক নহয়। স্পষ্টভাবে সকলোৰে মুখামুখী হয়। তেওঁৰ গাত সহিষ্ণুতা গুণো আছে। তেওঁ সুবিধাবাদী ৰাজনৈতিক নেতা নহয়। এইখিনিতে ৺মহেন্দ্ৰ মোহন চৌধুৰী দেৱলৈ মনত পৰিছে। শয্যাগত হৈও শেষলৈকে নিজৰ মতত্তে অটল হৈ থাকিল। শইকীয়াদেৱো তেনে এজন ব্যক্তি। দল-বাগৰা মনোবৃত্তিৰ কথাতো বাদেই, অতি বিপৰ্যয়ৰ সময়তো দলৰ সাংগঠনিক কামত সাহসেৰে আত্মনিয়োগ কৰিছে।

হিতেশ্বৰ শইকীয়াদেৱ মহৎ লোক। কেতিয়াবা অতি সাধাৰণ কথাতো ব্যক্তিজনৰ মহত্ত্ব প্ৰকাশ পায়। তেওঁ গুণীৰ শলাগ লোৱাত কাৰ্পণ্য নকৰে। কোনো গুণীলোক যদি শয়াশায়ী হৈ থাকে বিৰোধী পক্ষৰ হ'লেও আৰোগ্যৰ বাবে অৰ্থ সাহায্য প্ৰদান কৰা তেওঁৰ চৰিত্ৰৰ অন্য এটা দিশ। শিল্পী, সাহিত্যিক সকলৰ সাহায্যাৰ্থে ভালেমান আঁচনিও তেওঁ লৈছে।

দৰদী মুখ্যমন্ত্ৰী শইকীয়াৰ বিষয়ে প্ৰবীণ সাংবাদিক নৰেশ ৰাজখোৱাই কৈছে "শ্ৰীশইকীয়াৰ আটাইতকৈ ডাঙৰ গুণটো হৈছে মানৱতাবোধ আৰু আচাৰ-ব্যৱহাৰ।

শ্ৰীশইকীয়াক সাক্ষাৎ কৰি কোনোৱেই হতাশ হৈ উভতি নাহে, লাগিলে কাম নহওকেই, যি কোনো প্ৰকাৰে সাক্ষাৎকাৰীক সহায় কৰিবই।" দোহৰা নিষ্প্ৰয়োজন যে দৰদী হ'লেও দৃঢ়তা শইকীয়াৰ চৰিত্ৰৰ আন এটা বৈশিষ্ট্য। তেওঁ কোনো কাম কৰিম বুলি ভাবিছে যদি কৰিবই। কোনো বাধাই তেওঁক সংকল্পৰ পৰা বিচলিত কৰিব নোৱাৰে। কোনো কাৰ্যতে শইকীয়া পশ্চাদগামী হোৱা নাই। ৰাজ্যখনৰ আলফা সমস্যা, বড়ো সমস্যা, কাৰ্বি আংলঙৰ স্বায়ত্ব শাসিত জিলাৰ সমস্যা, বিভিন্ন অৰ্থনৈতিক সমস্যা, সকলোতে ধৈৰ্যৰে সমাধানৰ অৰ্থে আগবাঢ়ি গৈছে। বিভিন্ন বিপৰ্যয়ৰ সন্মুখীন হ'ব লগাত পৰিছে। সকলোতে তেওঁ স্থিৰভাবে সমাধানসূত্ৰ উলিয়াবলৈ চেষ্টা কৰিছে। সাংবাদিক গিৰীশ চন্দ্ৰ শৰ্মাই শইকীয়াৰ গাত স্থিতপ্ৰজ্ঞৰ সকলো গুণ বিৰাজমান বুলি কৈছে যদিও মই ক'ব খোজো জীৱনৰ জয়-পৰাজয়, ঘাত- প্ৰতিঘাত সকলো হাঁহিমুখে ল'ব পৰা শইকীয়া তাতোকৈয়ো প্ৰশংসনীয় বুলিব পাৰি। এইখিনিতে দেশভক্ত তৰুণৰাম ফুকনৰ কথা মনলৈ আহে। পৰাগ চলিহাদেৱে দেশভক্ত তৰুণৰাম ফুকনৰ বক্তৃতাৰ এফাকি উদ্ধৃতি দিছিল— "I am a sportsman and I take life in a sportsmanlike spirit." হিতেশ্বৰ শইকীয়াৰ গাতো প্ৰকৃত খেলুৱৈৰ গুণ দেখা পোৱা যায়। অৱশ্যে দেশভক্ত ফুকনৰ খেলপথাৰ খন আৰু শইকীয়াৰ খেলপথাৰ খনৰ মাজত পাৰ্থক্য আছে। এই গুণৰ কাৰণেই হয়তো কিডনিৰ অসুখৰ পৰা আৰোগ্য লাভ কৰিয়ে অসমৰ দৰে জটিল ৰাজ্য এখনত মুখ্যমন্ত্ৰী হ'বলৈ সাহস কৰিছে। বুদ্ধদেৱৰ "Best prayer is patience" উক্তিৰ শইকীয়া আদৰ্শ উদাহৰণ বুলি লক্ষ্যধৰ চৌধুৰীয়ে কৰা মন্তব্য যথাৰ্থতে সত্য।

সকলো সম্প্ৰদায়ৰ লোকক শইকীয়াই সমান চকুৰে চায়। সকলোকে সামৰি লৈ তেওঁ এখন নতুন অসম গঢ়িব খোজে। সু-অভিনেতা সাহিত্যিক তথা ৰাজনীতিবিদ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি লক্ষ্যধৰ চৌধুৰীদেৱে শইকীয়া প্ৰসঙ্গত কৈছে—

"আটাইবোৰ আহোম ৰাজবংশৰ চৰিত্ৰতেই মই অভিনয় কৰিছো। কিন্তু চুকাফাৰ চৰিত্ৰ থকা নাটক নোহোৱা হেতুকে মই সেই চৰিত্ৰৰ অভিনয় কৰিব পৰা নাই।

চুকাফাই বিভিন্ন গোষ্ঠীৰ লোকক সামৰি নতুনকৈ ৰাজ্য এখন স্থাপন কৰিছিল। আজিৰ যুগৰ চুকাফা গৰাকী মোৰ সন্মুখতেই বহি থকা মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া। তেওঁ চুকাফাৰ আদৰ্শৰে নতুন অসম গঢ়িবলৈ আগবাঢ়িছে।

মোৰ লগত শইকীয়াৰ মতবিৰোধ আছিল। কাৰণ মই বিৰোধী দলৰ পক্ষত আছিলো। কিন্তু নিৰ্বাচিত হোৱাৰ পিছত শইকীয়া আমাৰ সকলোৰে মুখ্যমন্ত্ৰী।

এতিয়া তেওঁ বিৰোধী নহয় সহযোগীহে। তেওঁ দেশ গঢ়িব বিচাৰে। আৰু মই সেইটো চাব বিচাৰো।

মানুহৰ আনন্দ সাফল্যত নহয়, প্ৰচেষ্টাতহে। হিতেশ্বৰ শইকীয়া তেনে এগৰাকী ব্যক্তি।"

মৃদুভাষী, হাঁহিমুখীয়া শইকীয়াদেৱৰ খং উঠা কেতিয়াও দেখা নাই। সহধৰ্মিণী ড°হেমপ্ৰভা শইকীয়াৰ ওচৰ চাপিছিলো এই বিষয়ে জানিবলৈ। তেওঁ কৈছিল "তেখেত মৰমিয়াল। তেনেকৈ খং নুঠেই, বাহিৰৰ মানুহক একেবাৰে খং নকৰে।" যোৱা দুবছৰতকৈও অধিককাল ছাঁটোৰ দৰে লাগি থকা মাখন বৰুৱাইও লিখিছে— "তেখেতে টানমুখেৰে কাকো একো কথা ক'ব নোৱাৰে। সহধৰ্মিণী বাইদেউৰ লগত কেতিয়াবা খুট-খাট লাগে অবিৰামভাবে দিনে-নিশাই কাম কৰাৰ বাবেহে।" আগতে কিড্‌নিৰ অসুখত আক্ৰান্ত হোৱা শইকীয়াৰ বাবে পত্নী চিন্তিত হোৱাৰ যথেষ্ট যুক্তিও আছে। এটা কথা অৱশ্যে স্বীকাৰ নকৰি নোৱাৰি, শইকীয়াৰ সাফল্যত পত্নী ড°হেমপ্ৰভা শইকীয়াৰ অৰিহণাও একেবাৰে কম নহয়। শইকীয়াৰ দৰেই তেওঁ হাঁহিমুখীয়া। মৰমিয়াল। অতি সাধাৰণ পোছাক পৰিচ্ছদ পৰিহিতা শান্ত অথচ গহীন ড° হেমপ্ৰভা শইকীয়া অতি সৰল। মুখ্যমন্ত্ৰীৰ বাসভৱনলৈ অহা বহুলোকে মুখ্যমন্ত্ৰীক লগ নাপালে তেখেতকে লগ ধৰে। পাৰ্যমানে সেইসকল লোকক সন্তুষ্ট কৰিবলৈ যত্ন কৰে। কেতিয়াবা দেখিছো দুপৰীয়া খোৱাৰ সময়ো নাপায়। আচাৰ ব্যৱহাৰত শইকীয়া দম্পতি একেই। ঘৰখনত শান্তিৰ পৰিৱেশ। এগৰাকী দেৱীসদৃশ সহধৰ্মিণী। এইবোৰে শইকীয়াক অহৰ্নিশে কাম কৰিবলৈ প্ৰেৰণা যোগাইছে।

শইকীয়াৰ স্মৰণশক্তিও প্ৰখৰ। তুলনাবিহীন। শইকীয়াদেৱৰ ঘনিষ্ঠ সকলে কয় যে তেওঁ এবাৰ দেখিলে মানুহজনক নেপাহৰে। সকলোৰে লগত অতি মনোযোগেৰে কথা পাতে।

হিতেশ্বৰ শইকীয়াদেৱৰ কৰ্মস্পৃহা অতুলনীয়। প্ৰাতঃকালতে শয্যা ত্যাগ কৰি দিনটোৰ কাৰ্য আৰম্ভ কৰে। পুৱা ভাগতে বাতৰি কাকত সমূহ পঢ়ি শেষ কৰে। উল্লেখযোগ্য যে দৈনিক কাকতৰ উপৰিও বিভিন্ন আলোচনী, কিতাপ আদি সুবিধা পালেই তেওঁ পঢ়ে। সাতবজাৰ আগতেই দিনটোৰ কাৰ্যক্ৰমণিকা ঠিক কৰি লয়। তেওঁৰ ভোজন সামান্য। সামান্য আহাৰেৰে বাত্তিপুৱাৰ পৰা ৰাতি প্ৰায় দুই বজা পৰ্যন্ত জিৰণি নোলোৱাকৈ কাম কৰে। অবিৰত ভাবে। বিভিন্ন সময়ত বিভিন্নজনৰ লগত সাক্ষাৎকাৰ, টেলিফোন সংযোগ, বিভিন্ন মেল মিটিং আৰু কাৰ্যালয়ৰ ফাইলৰ মাজত তেওঁ ডুব গৈ থাকে। দিনটোৰ কাম শেষ নোহোৱা পৰ্যন্ত জিৰণি নলয়। এই শক্তি অফুৰন্ত। অসাধাৰণ। সেইবাবেই শইকীয়া কৰ্মশ্ৰী।

তেওঁৰ কৰ্মপটুতাৰ বিষয়ে সতীৰ্থ আব্দুল মুহিব মজুমদাৰে কৈছে—

"I had the privilege of working with Sri Saikia for several years and watch him from closest quarter. A frail ailing man with a reputation of always being physically weak and feeble, proved to be a giant with a frame of finest steel. He could work round the clock for 24 hours. No one knows when he sleeps or takes rest. His food is the simplest. It is biological mystery how he survives on this. (N. E. Times, Special Supplement, 30th June, 1992)

শইকীয়াই সকলো ধৰ্ম সহনশীল মনোভাৱেৰে চায়। এইক্ষেত্ৰত তেওঁক মহাত্মা গান্ধীৰ অনুগামী বুলি ক'ব পাৰি। তেওঁ নিজে চলিহা বাৰেঘৰ সত্ৰৰ মন্ত্ৰশিষ্য। বেলেগ ধৰ্মৰ প্ৰতি কোনো দিন বিদ্বেষভাৱ তেওঁ দেখুওৱা নাই। শইকীয়াৰ মতে— "আমি বেলেগ বেলেগ ধৰ্ম অনুসৰণ কৰো। কিন্তু সকলো ধৰ্মতে মানৱ প্ৰেম, দয়া মমতাৰ কথাহে থাকে। কোনো ধৰ্মই আন ধৰ্মৰ প্ৰতি ঘৃণা বিদ্বেষ জগাই নোতোলে। শ্ৰীমন্ত শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মই আমাক মিলনৰ কথাহে শিকাইছিল। তেওঁ সুন্দৰ অসমীয়া সমাজ গঢ়িবলৈ বিচাৰিছিল উদাৰতা আৰু সহিষ্ণুতাৰ আদৰ্শত। আজানপীৰে তেওঁৰ জিকিৰ জৰীত বৈষ্ণৱৰ নামকীৰ্তনৰ ছন্দ মিলাই দিছিল।"

আধ্যাত্মিক ক্ষেত্ৰত অন্যলোকৰ উপলব্ধি শইকীয়াই সদায় শ্ৰদ্ধাৰে চাই আহিছে। পিছৰ কালে শইকীয়াৰ ধৰ্ম সম্পৰ্কে ধাৰণা আৰু সলনি হৈছে যেন লাগে। ধৰ্ম শব্দটো তেওঁ অতি ব্যাপক অৰ্থত ব্যৱহাৰ কৰিছে। মানৱ ঐক্য, মানবীয়তাৰ বাবে আৰু সমগ্ৰ মানৱৰ সামগ্ৰিক কল্যাণৰ হকে কাম কৰাটোকে তেওঁ ধৰ্ম বুলি উপলব্ধি কৰে। এই ভাৱধাৰাই শইকীয়াদেৱক নিষ্পেষিত, পীড়িত আৰু অনুন্নত লোকসকলক সহানুভূতিৰে চাবলৈ শিকাইছে। তেওঁৰ বক্তৃতাত মানৱ ঐক্য আৰু মানৱ প্ৰেম ফুটি উঠা দেখা যায়। মানবীয় কোমলতা তেওঁৰ আন এটা বৈশিষ্ট্য। গতিকে শইকীয়াদেৱক মানৱতাবাদী বুলি নিশ্চয় কব পাৰি।

গীতাত মানৱ প্ৰেম সম্পৰ্কত কৈছে—

"আত্মৌপম্যেন সৰ্বত্ৰ সমং পশ্যতি যোঽৰ্জুন।
সুখং বা যদি বা দুখং স যোগী পৰমো মতঃ॥

(ষষ্ঠ অধ্যায়, শ্লোক ৩২)

ইয়াৰ ভাবাৰ্থ হ'ল— 'হে অৰ্জুন, যি জনে সুখ বা দুঃখ সকলোতে নিজৰ দৰে সকলোকে দেখে তেওঁকেই পৰম (শ্ৰেষ্ঠ) যোগী বুলি কোৱা হয়।' শইকীয়াৰ গাত এই গুণবোৰ লাহে লাহে ফঁলিয়াবলৈ ধৰিছে।

প্ৰশাসনৰ মুখ্য হিচাপে কাম কৰোঁতে শইকীয়াদেৱে বিভিন্ন কাৰ্যত বাইজৰ সহযোগিতা বিচাৰে। তেওঁ এই কথাৰ ওপৰত অধিক গুৰুত্ব দিয়ে যে গণতান্ত্ৰিক

ব্যৱস্থাত সকলো বিকাশমূলক কামৰ সফলতা নির্ভৰ কৰে চৰকাৰ আৰু ৰাইজৰ সম্মিলিত প্ৰচেষ্টাৰ ওপৰত। এই আদর্শৰে তেওঁ গঢ়িব খোজে এখন সুস্থ, সংহত সমৃদ্ধ অসম।

সমাজ এখনৰ বিবর্তন আৰু ৰূপান্তৰৰ ক্ষেত্ৰত সাহিত্যিক সকলৰ গঠনমূলক ভূমিকাৰ আৱশ্যকতা সম্পৰ্কে দোহাৰি শইকীয়াদেৱে সাহিত্যিক সকলক আহ্বান জনাইছে বলিষ্ঠ লিখনিৰে অশুভৰ বিৰুদ্ধে শুভ শক্তিক উদ্বুদ্ধ কৰিবলৈ, শান্তি সংহতি, ঐক্য ভাতৃত্বৰ ভাবেৰে দেশবাসীক অনুপ্ৰেৰণা দিবলৈ। শইকীয়াই আশা কৰিছে সাহিত্যিক সকলে জনসাধাৰণক শুদ্ধ পথ প্ৰদর্শন কৰিব, চিন্তা আৰু চেতনাৰে ৰাইজক অন্ধকাৰৰ পৰা উজ্বল পোহৰলৈ আনিবলৈ সক্ষম হ'ব। সমাজ এখনৰ বিবর্তন ক্ষণিকতে সম্ভৱ নহয়। মানুহৰ মানসিক পৰিবর্তন লগতে অর্থনৈতিক পৰিবর্তন হ'ব লাগিব। বিপ্লৱৰ জোৱাৰ আহিব লাগিব। সফলভাৱে আগবাঢ়িব পাৰিলে সোনকালেই এই পৰিবর্তন হ'ব।

সাহিত্যৰ ক্ষেত্ৰত শইকীয়াৰ অবদান সীমিত যদিও উল্লেখযোগ্য। আটাইতকৈ উল্লেখযোগ্য দিশটো হ'ল ৰাজ্যখনৰ উত্তপ্ত পৰিস্থিতিতো তেওঁ বক্তৃতাত অকণো উত্তেজিত নোহোৱাকৈ সকলো কথা প্ৰকাশ কৰে। তেওঁৰ বক্তৃতাৰাজি তথ্যসমৃদ্ধ। 'ৰাইজ' নামৰ পুথিখনি শইকীয়াদেৱৰ অসমীয়া ভাষা সাহিত্যলৈ এক অতুলনীয় অৱদান। শইকীয়াৰ লিখনিত এটা আদর্শ প্ৰধানকৈ প্ৰকাশ পাইছে। সেইটো হ'ল জাতীয় সংহতি আৰু একাত্মবোধ। ইয়াৰ উপৰিও অসমীয়া ভাষা সাহিত্য, বড়ো ভাষা সাহিত্য, টাই ভাষা সাহিত্য আদিৰ উন্নতিৰ হ'কে শইকীয়াদেৱে উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে।

ৰাজনীতিবিদ অজিত কুমাৰ শর্মাদেৱে শইকীয়াদেৱৰ ব্যক্তিত্বৰ বিষয়ে এনেদৰে কৈছিল—

"ৰাজনৈতিক নেতা হিচাপে শইকীয়াৰ বিৰুদ্ধে বহুত অভিযোগ আছে। কিন্তু এই সকলোবোৰ তেওঁৰ ব্যক্তিত্বৰ নিদর্শন। এই ক্ষেত্ৰত তেওঁৰ সকলো দোষৰ বিপৰীতে থকা কেইটামান গুণে তেওঁক ৰক্ষা কৰিছে বুলি বহুতে কয়। তেওঁৰ গুণৰ ভিতৰত প্ৰথম হ'ল মন্ত্ৰী হিছাপে থকা তেওঁৰ দক্ষতা, সকলো মানুহক কৰা তেওঁৰ অমায়িক আচৰণ আৰু আমোলাতন্ত্ৰৰ ওপৰত তেওঁৰ কর্তৃত্ব। সংসদীয় চৰকাৰৰ মুখ্যমন্ত্ৰীজনৰ গাত থকা এই কেইটা গুণে বহুত দোষ কাটি নিছে বাবে শইকীয়াই সকলো বিপদ অতিক্ৰম কৰি তিষ্ঠি থাকিব পাৰিছে।" এইখিনিতে এটা কথা মনত ৰাখিব লগীয়া। পৃথিৱীৰ সকল ৰাজনীতিজ্ঞ সকল একেবাৰে দোষমুক্ত বুলি কোৱা টান। দোষতকৈ গুণৰ পৰিমাণ বেছি হ'লে ব্যক্তি এজন গুণী হয়। বয়সৰ লগে লগে বা পৰিস্থিতিভেদে দোষ বা গুণৰ সজ্ঞাও বেলেগ হৈ আছে। শত্ৰু বা মিত্ৰৰ সংখ্যাৰেও দোষ গুণ

নিৰূপণ কৰিব নোৱাৰি। কাৰণ কাম নকৰা লোকৰ শত্ৰু নাথাকে। শইকীয়াক ৰাজনীতিত কিছুসংখ্যক লোকে বিদ্বেষৰ চকুৰে চাব পাৰে, কিন্তু তেওঁৰ জনপ্ৰিয়তাই প্ৰমাণ কৰিছে যে তেওঁ গুণী পুৰুষ। সেইবাবেই অসমৰ ৰাজ্যিক পৰ্যায়ত ৰাজনীতি কৰি ৰাষ্ট্ৰীয় মানব সন্মানেৰে বিভূষিত হৈছে।।

দোহৰা নিষ্প্ৰয়োজন যে সাংবিধানিক সংকটৰ পৰিপেক্ষিতত ১৯৮৩ চনত অসমত নিৰ্বাচন অনুষ্ঠিত হৈছিল। এই নিৰ্বাচনত জয়লাভ কৰি হিতেশ্বৰ শইকীয়া হৈছিল অসমৰ মুখ্যমন্ত্ৰী। অসমত সেই সময়ত এক উত্তপ্ত পৰিবেশ। আন্দোলনকাৰী সকলে এফালে হৰতাল অসহযোগ আদিৰ আহ্বান দিছিল; আনফালে সমাজবিৰোধী লোকসকল পশ্চাদঘাটী কাৰ্যকলাপত লিপ্ত হৈছিল। ইয়াৰেই অৱধাৰিত ফলস্বৰূপে চৰকাৰী সা-সম্পত্তি ভস্মীভূত হৈছিল আৰু বহুলোক গৃহহীন হৈছিল। বহুলোকে আনকি মৃত্যুকো আকোঁৱালি ল'ব লগা হৈছিল। অকালতে। শইকীয়া মুখ্যমন্ত্ৰী হৈ কম সময়ৰ ভিতৰতে ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ সক্ষম হৈছিল। এই অসাধ্য সাধন কৰাৰ কাৰণেই শইকীয়া হ'ল ৰাষ্ট্ৰমানৱ।

১৯৯১ চনত পুনৰ শইকীয়া এক বিৰল সন্মানৰ অধিকাৰী হ'ল। এইবাৰো শইকীয়া মুখ্যমন্ত্ৰী। ১৯৮৯ শেষৰ পৰা '৯১ লৈকে অসমত ঘটি থকা সন্ত্ৰাসবাদীৰ কাৰ্যকলাপৰ বাবেই অসমলৈ আহিল ৰাষ্ট্ৰপতিৰ শাসন। লগে লগে অপাৰেচন বজৰঙ্গ। ইয়াৰ পিছতে অনুষ্ঠিত হ'ল সাধাৰণ নিৰ্বাচন। বিপুল গণভোটত জয়লাভ কৰি শইকীয়া হ'ল অসমৰ মুখ্যমন্ত্ৰী। দ্বিতীয়বাৰ। অসমৰ জনসাধাৰণে আগ্ৰহেৰে বাট চালে অসমলৈ শান্তি উভতি আহিব বুলি। এই বিষয়ে The Noth East Times ত লিখিছে—

"The Election in 1991 thus was yet another chapter opening in the long and illustrious history of Assam. People overwhelmingly voted for Congress (I) and Hiteswar Saikia, who for them was the last hope for ensuring peace, progress and prosperity. (৩০ জুন, ১৯৯২)

শইকীয়াই নিজৰ প্ৰতিশ্ৰুতিমতে কাম কৰি গ'ল। অসমলৈ স্বাভাৱিক অৱস্থা ঘূৰি আহিল। বহুখিনি।।

১৯৯২ চনৰ ১৪ নবেম্বৰত শইকীয়াৰ ব্যক্তিত্ব আৰু সফল নেতৃত্বৰ বাবে জৱাহৰ লাল নেহৰু উৎকৰ্ষ বঁটা প্ৰদান কৰি সন্মান দেখুৱা হ'ল।

শইকীয়াদেৱৰ সাফল্যত ৰাইজে আশা কৰিছে কুৰি শতিকাৰ অন্তিম দশকৰ প্ৰাৰম্ভতে বছৰটোৰ শ্ৰেষ্ঠ ব্যক্তিৰ সন্মানেৰে বিভূষিত ব্যক্তিজন বছৰটোৰ কিয় দশকটোৰ শ্ৰেষ্ঠব্যক্তিৰ সন্মান লাভ কৰিবলৈ সমৰ্থ হওক। অসমলৈ গৌৰৱ কঢ়িয়াই আনক। তেওঁৰ প্ৰচেষ্টাত ৰাইজে সহযোগিতা আগবঢ়াইছে। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াদেৱ সফল হ'ব। মানুহে অমৰত্ব লাভ কৰে কৰ্মৰ যোগেদি। যি সকল লোকে সমাজৰ কল্যাণ সাধিব পাৰে তেওঁলোক যশস্বী পুৰুষ ৰূপে

খ্যাত হয়। যশস্বী পুৰুষ অমৰ। "কীৰ্ত্তিযস্য স জীৱতি।" শইকীয়াদেৱো কৰ্মৰ-দ্বাৰা কালজয়ী ব্যক্তি হওক। শইকীয়াৰ কৰ্মই প্ৰমাণ কৰিছে তেওঁ আজন্ম ৰাজনীতিবিদ।

এইখিনিতে ভাৰতৰ এজন ৰাজনীতিবিদৰ এটা উক্তি মনত পৰিছে— "My aim is fulfilled". প্ৰধানমন্ত্ৰী হৈয়ে সেইজন ৰাজনীতিবিদ লক্ষ্যত উপনীত হৈছিল। দেৱকান্ত বৰুৱাই কোৱাৰ দৰে "মন্ত্ৰীত্বই যাৰ শেষ আশা" তেওঁৰ গাত ফলিয়াইছিল। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াদেৱ কিন্তু তেনে ৰাজনীতিবিদ নহয়। ৰাইজৰ প্ৰতিনিধিত্ব কৰি তেওঁ দায়িত্ব বাঢ়িছে বুলিহে ভাবিছে। প্ৰতিনিধি হোৱাটোৱে তেওঁৰ লক্ষ্য বুলি কেতিয়াও ভবা নাই। কেতিয়াও কোৱা নাই।

প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই মানুহ চিনি পাইছিল। সত্তৰৰ দশকৰ প্ৰাৰম্ভতে শৰৎ চন্দ্ৰ সিংহৰ দৃষ্টিত ধৰা দিছিল হিতেশ্বৰ শইকীয়াই এক নিৰ্ভৰযোগ্য আদৰ্শবান ডেকা ৰূপে। বিখ্যাত সাংবাদিক হোমেন বৰগোহাঁঞিদেৱে সোধোতে ১৯৭০ চনতে শৰৎ চন্দ্ৰ সিংহই মাত্ৰ এজন আদৰ্শবান ডেকা সহযোগী হিচাপে পোৱা বুলি কৈছিল। সেইজন ডেকাই আছিল হিতেশ্বৰ শইকীয়া। সেই ডেকাজনৰ কৰ্তব্যনিষ্ঠাই শৰৎ সিংহক মোহিত কৰিছিল আৰু সেইবাবেই সিংহ মন্ত্ৰীসভাত শইকীয়া সিংহৰ ঘনিষ্ঠ সহযোগী হৈছিল। শৰৎ চন্দ্ৰ সিংহৰ সেই আদৰ্শবাদী ডেকাজন এতিয়া প্ৰৌঢ় অভিজ্ঞ ৰাজনীতিবিদ। '৯২ৰ ৩ অক্টোবৰত দুকুৰি ওঠৰ বছৰৰ দেওনা অতিক্ৰম কৰিলে। বয়স আৰু অভিজ্ঞতাই শইকীয়াক অধিক কাৰ্যক্ষমতা প্ৰদান কৰিছে। মুখ্যমন্ত্ৰী হিচাপে বিগত প্ৰায় দুবছৰ কালত ৰাজ্যখনৰ বাবে কি কৰিছে তাক দোহৰা নিষ্প্ৰয়োজন। নিৰপেক্ষভাবে এই কথা স্বীকাৰ কৰিব লাগিব যে এক দুৰ্যোগপূৰ্ণ পৰিস্থিতিত শইকীয়া ক্ষমতালৈ আহিছিল। সমস্যাৰ অৱসান ঘটাই অসমত শান্তি স্থাপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে। প্ৰধানকৈ আলফা সংগঠনৰ সদস্য সকলক মূল সুঁতিলৈ আনিবলৈ যত্ন কৰিছে, বহুখিনি সফলো হৈছে। বড়োসকলৰ লগত তেওঁলোকৰ দাবী সম্পৰ্কে আলোচনা কৰি সমস্যা সমাধানৰ পথ প্ৰশস্ত কৰিছে, স্বায়ত্বশাসিত পাৰ্বত্য জিলাৰ ক্ষেত্ৰতো সমাধানসূত্ৰ বিচাৰি উলিয়াইছে, লগতে ৰাজ্যখনৰ উন্নয়নমূলক আঁচনিসমূহ কাৰ্যকৰী কৰিবলৈ ব্যৱস্থা হাতত লৈছে। এইবোৰ সম্ভৱ হৈছে শইকীয়াদেৱৰ গাত থকা একাধিক গুণ আৰু সফল বলিষ্ঠ নেতৃত্বৰ বাবে। প্লেটোৱে কৈছিল—

"Virtue, wisdom, courage, temperance and justice were the pre-eminent qualities of a statesman or a great leader." শইকীয়াৰ গাত এই আটাইকেইটা গুণৰে সমাবেশ ঘটিছে। সেইবাবেই সাহসী শইকীয়াদেৱে সকলো বাধা নেওচি দৃঢ়ভাবে আগবাঢ়িছে সম্মুখলৈ। সমালোচনাই তেওঁৰ গতি ৰোধ কৰিব পৰা নাই।

বাক্‌বিতণ্ডা যিমানে নহওক কিয় কর্মইহে এজন লোকৰ প্ৰকৃত স্থিতি নিৰূপণ কৰে। প্ৰবীন নেতা হিতেশ্বৰ শইকীয়াদেৱৰ ব্যক্তিত্ব আৰু সফলতা সময়ে নিৰ্ণয় কৰিব। ইতিহাসে ক'ব।

"Circumstances have put you on the threshold of life and at every turn you will face a question mark. By the answers your future will be moulded. The answers will not be pleasant ones."

Jawaharlal Nehru

APPENDIX - I

# MEMORANDUM OF SETTLEMENT
## (Assam Accord)

1. Government have all along been most anxious to find a satisfactory solution to the problem of foreigners in Assam. The All Assam Students Union (AASU) and the All Assam Gana Sangram Parishad (AAGSP) have also expressed their keenness to find such a solution.

2. The AASU through their Memorandum dated 2nd February, 1980 presented to the late Prime Minister Smt. Indira Gandhi, conveyed their profound sense of apprehensions regarding the continuing influx of foreign nationals into Assam and the fear about adverse effects upon the political, social, cultural and economic life of the State.

3. Being fully alive to the genuine apprehensions of the people of Assam, the then Prime Minister initiated the dialogue with the AASU/AAGSP. Subsequently, talks were held at the Prime Minister's and Home Minister's levels during the period 1980-83. Several rounds of informal talks were held during 1984. Formal discussions were resumed in March, 1985.

4. Keeping all aspects of the problem including constitutional and legal provisions, international agreements, national commitments and humanitarian considerations, it has been decided to proceed as follows :-

**Foreigners Issue**

5.1. For Purposes cf detection and deletion of foreigners, 1.1.1966 shall be the base date and year.

5.2. All persons who came to Assam prior to 1.1.1966, including those amongst them whose names appeared on the electoral rolls used in 1967 elections, shall be regularised.

5.3. Foreigners who came to Assam after 1.1.1966 (inclusive) and upto 24th March, 1971 shall be detected in accordance with the provisions of the Foreigners Act, 1946 and the Foreigners (Tribunals) Order 1964.

5.4. Names of foreigners so detected will be deleted from the electoral rolls in force. Such persons will be required to register themselves before the Registration Officers of the respective districts in accordance with the provisions of the Registration of Foreigners Act, 1939 and the Registration of Foreigners Rules, 1939.

5.5. For this purpose, Government of India will undertake suitable strengthening of the governmental machinery.

5.6. On the expiry of a period of ten years following the date of detection, the names of all such persons which have been deleted from the electoral rolls shall be restored.

5.7. All persons who were expelled, earlier, but have since reentered illegally into Assam, shall be expelled.

5.8. Foreigners who came to Assam on or after March 25, 1971 shall continue to be detected, deleted and expelled in accordance with law. Immediate and practical steps shall be taken to expel such foreigners.

5.9. The Government will give due consideration to certain difficulties expressed by the AASU/AAGSP regarding the implementation of the Illegal Migrants (Determination by Tribunals) Act, 1983.

**Safeguards and Economic Development**

6. Constitutional, legislative and administrative safeguards, as may be appropriate, shall be provided to protect, preserve and promote the cultural, social, linguistic identity and heritage of the Assamese people.

7. The Government take this opportunity to renew their commitment for the speedy allround economic development

of Assam, so as to inprove the standard of living of the people. Special emphasis will be placed on education and science & technology through establishment of national institutions.

**Other Issues**

8.1. The Government will arrange for the issue of citizenship certificates in future only by the authorities of the Central Government.

8.2. Specific complaints that may be made by the AASU/AAGSP about irregular issuance of Indian Citizenship Certificates (ICC) will be looked into.

9. The international border shall be made secure against future infiltration by erection of physical barriers like walls, barbed wire fencing and other obstacles at appropriate places. Patrolling by security forces on land and riverine routes all along the international border shall be adequately intensified. In order to further strengthen the security arrangements, to prevent effectively future infiltration, an adequate number of check-posts shall be set up.

9.2. Besides the arrangements mentioned above and keeping in view security considerations, a road all along the international border shall be constructed so as to facilitate patrolling by security forces. Land between border and the road would be kept free of human habitation, wherever possible. Riverine patrolling along the international border would be intensified. All effective measures would be adopted to prevent infiltrators crossing or attempting to cross the international border.

10. It will be ensured that relevant laws for prevention of encroachment of government lands and lands in tribal belts and blocks are strictly enforced and unauthorised encroachers evicted as laid down under such laws.

11. It will be ensured that the relevant law restricting acquisition of immovable property by foreigners in Assam is strictly enforced.

12. It will be ensured that Birth and Death Registers are duly maintained.

## Restoration of Normalcy

13. The All Assam Students Union (AASU) and the All Assam Gana Sangram Parishad (AAGSP) call off the agitation, assure full co-operation and dedicate themselves towards the development of the country.

14. The Central and the State Government have agreed to

(a) review with sympathy and withdraw cases of disciplinary action taken against employees in the context of the agitation and to ensure that there is no victimization;

(b) frame a scheme for ex-gratia payment to next of kin of those who were killed in the course of the agitation;

(c) give sympathetic consideration to proposal for relaxation of upper age limit for employment in public services in Assam, having regard to exceptional situation that prevailed in holding of academic and competitive examinations, etc. in the context of agitation in Assam;

(d) undertake review of detention cases, if any, as well as cases against persons charged with criminal offences in connection with the agitation, except those charged with commission of heinous offences;

(e) consider withdrawal of the prohibitory orders/notifications in force, if any.

15. The Ministry of Home Affairs will be the nodal Ministry for the implementation of the above.

Signed/-
(P.K. Mahanta)
President
All Assam Students Union

Singned/-
(R.D. Pradhan)
Home Seceretary
Govt. of India

Signed/-
(B.K. Phukan)
General Secretary
All Assam Students Union

| Signed/- | Signed/- |
|---|---|
| (Biraj Sharma) | (Smt.P.P. Trivedi) |
| Convenor | Chief Secretary |
| All Assam Gana Sangram Parishad | Govt. of Assam |

In the presence of

Signed/-

(RAJIV GANDHI)
*PRIME MINISTER OF INDIA*

Date : 15th August, 1985.
Place : New Delhi.

APPENDIX - II

# MEMORANDUM OF SETTLEMENT
## (Bodo Accord)

1. *Preamble*

(i) Both the Government of India and the Government of Assam have been making earnest efforts to bring about an amicable solution to the problems of the Bodos and other Plains Tribals living in the north bank of river Brahmaputra within Assam.

(ii) Towards this end, the Government of India held a series of meetings with the State Government as well as with leaders of All Bodo Students Union (ABSU) and Bodo Peoples Action Committee (BPAC). The State Government has also separately held discussions with the Bodo leaders. As a result, it has been considered necessary to set-up an administrative authority within the State of Assam under a scheme, the details of which are outlined in the succeeding paragraphs :

2. *Objective*

The objective of this scheme is to provide maximum autonomy within the framework of the Constitution to the Bodos for social, economic, educational, ethnic and cultural advancement.

3.(a) *Name : Bodoland Autonomous Council (BAC)*

There shall be formed, by an Act of Assam Legislative Assembly, a Bodoland Autonomous Council (BAC) within the State of Assam comprising contiguous geographical

areas between river Sankosh and Mazbat/river Pasnoi. The land records authority of the State will scrutinize the list of villages furnished by ABSU/BPAC having 50% and more of tribal population which shall be included in the BAC. For the purpose of providing a contiguous area, even the villages having less than 50% tribal population shall be included. BAC will also include Reserve Forests as per the guidelines laid by Ministry of Defence and Ministry of Environment and Forests, Govt. of India, not otherwise required by the Government for manning the international border and tea gardens located completely within the BAC contiguous area.

(b) *Powers*

The BAC will comprise of a General Council comprising 40 members, 35 elected on the basis of adult suffrage and having a life of five years. The Government will have powers to nominate 5 members to the Council, particularly from groups which could not otherwise be represented. This Council will have powers to make bye-laws, rules and orders for application within the BAC area on the subjects enumerated in Schedule 'A'.

(c) The excutive authority of the BAC would be exercised in its Executive Body to be known as Bodoland Executive Council (BEC). The BEC will be responsible for implementation within the BAC area of the laws on subjects enumerated in Schedule 'A'

(d) The General Council and the BEC will hold office during the pleasure of the Governor of Assam. Consultation with the State Law Department of Government of Assam would be necessary if the Governor proposed to disolve either the General Council or the BEC before the expiry of its term in accordance with the provisions of law. The executive authority of the BEC will be exercised by the party enjoying a simple majority in the General Council On completion of elections, the

Governor would invite the leader of the majority party to constitute the BEC.

4. *Finances*

(i) (a) The finances for the BAC will be earmarked under a separate sub-head within the State budget, in keeping with the guidelines laid down by the Government of India from time to time. The Government of Assam would have no powers to divert this carmarked allocation to other heads/areas except in exigencies when there is unavoidable overall Budget cut.

(b) The provisions made in 4(i) (a) regarding allocation of funds should be in line with the spirit of the Constitution (seventy-second) and (seventy-third) amendments.

(ii) The BAC would also receive grant-in-aid from time to time within the principles and policies enunciated by the Government of India.

(iii) The general Council will have powers to raise finances from levies/fees/taxes etc. on subjects mentioned in Schedule 'A' subject to Constitutional amemdments mentioned above.

(iv) The finances for the BAC will be managed exclusively by its General Council and the statement of its annual audited accounts will be laid on the table of the State Assembly.

5. *Powers of appointments*

The Bodoland Executive Committee would have powers to appoint Class III and IV staff within its jurisdiction for implementation of schemes connected with the subjects enumerated in Schedule 'A'.

6. *Reservation of Seats*

The Election Commission of India will be requested by the BAC to consider seat reservation and delimitation

of constituencies,both Lok Sabha and State Assembly, within the BAC area to the extent permitted by the Constitution and the law.

7. *Special Provisions for the BAC area*

The General Council shall be consulted and its views shall be given due regard before any law made on the following subjects, is implemented in the BAC area :

i) the religious or social practice of the Bodos;
ii) the Bodo customary laws and procedures; and
iii) the ownership and transfer of land within the BAC area.

8. *Special status for the Bodoland Autonomous Council*

*The BAC shall, within the laws of the land, take steps to protect the demographic complexion of the areas falling within its jurisdiction.*

9. *Special Courts*

Action will be taken in consultation with the Guwahati High Court to set up within BAC area Special Courts as specified below to try suits and cases between parties all of whom belong to Scheduled Tribe or Tribes in accordance with the tribal customary law and procedure, if any.

(a) Village Courts
(b) Subordinate District Customary Law Courts within a civil Sub-Divisional Territory, and
(c) District Customary Law Court.

10. *Appointment in the Central Bodies*

The claims of the Bodos shall be considered for appointment to the North-Eastern Council.

11. *Official Language*

The General Council can lay down policy with regard to use of Bodo language as medium of official correspondence within the BAC area. However, while corresponding with offices outside the BAC area, correspondence will have to be in bilingual form in accordance with the Article 345 of the Constitution and the provision of law in this behalf.

12. *Changes in Geographical Boundary*

The geographical area of the Bodoland Autonomous Council as agreed upon can be changed with the mutual consent of the BAC and the Government of Assam.

13. *Revision of List of Scheduled Castes and Scheduled Tribes*

The scheduling and de-scheduling of Scheduled Castes and Scheduled Tribes residing within the Bodo areas will be done as per the Commission appointed by the Government of India under the Constitution.

14. *Trade and Commerce*

the General Council will have powers to regulate trade and commerce within its jurisdiction in accordance with the existing law. For this purpose, it can issue permits and licences to individuals within the BAC area. The Government of Assam and the Union Government while considering allotment of permits to people residing within the BAC area will give preference to the Bodos.

15. *Employment opportunities*

The BAC will have powers to reserve jobs for Scheduled Tribes within its jurisdiction. However, exercise of such powers shall be in accordance with the existing constitutional and legal provisions.

16. *Civil and Police Services*

i) The Government of Assam may from time to time post officers of the rank of Class II and above to posts within the BAC in accordance with the exigencies. While making these postings due regard will be given to the views of BAC about officers being so posted.

ii) The officers posted in the BAC area will be accountable to the BAC for their performance and the assessment of their work recorded by the BEC authorities will be incorporated to their ACRs by the State Government.

iii) The Central Government, while making recruitments from the State of Assam to the army, para-military forces and police units, will hold special recruitment drives within the BAC area.

17. *Appointment of Interim Bodoland Executive Council*

The Government of Assam will take steps for the formation of an Interim Bodoland Executive Council for the BAC from amongst the leaders of the present Bodoland movement who are signatories to this settlement, during the transition period, i.e. prior to the holding of elections. Such Interim Council would be formed before a prescribed date mutually agreed between the Central and The State Governments.

18. *Relief and Rehabilitation*

i) ABSU-BPAC leaders will take immediate steps to bring overground and deposit with the District authorities all arms, ammunition and explosives in the possession of their own supporters and will co-operate with the administration in bringing overground all Bodo militants along with their arms and ammunition etc. within one month of the formation of the Interim BEC. In order

to ensure the smooth return to civil life of the cadre and to assist in the quick restoration of peace and normalcy, such surrenders made voluntarily will not attract prosecution.

ii) The Government of Assam will consider sympathetically the withdrawal of all cases against persons connected with the Bodoland movement excluding those relating to heinous crimes.

iii) The Government of India will initiate steps for review of action against the Bodo employees of Government of India and subordinate offices as well as in respect of Central Government Undertakings. Similar action would be taken by the Government of Assam.

iv) The Government of Assam will initiate immediate steps for suitable rehabilitation of the Bodo militants coming overground as a result of this settlement. Similarly, the Government will organise ex-gratia payments as per rules to next of kins killed during the Bodo agitation.

19. *Share in collections of excise duty on tea*

The Government of Assam will deposit in the BAC fund revenue collected from the tea gardens falling within the BAC area.

20. Protection of *rights of non-tribals*

The Government of Assam and the BAC will jointly ensure that all rights and interests of the non-tribals as on date living in BAC area in matters pertaining to land as well as their language are protected.

21. *Ad-hoc Central grant for launching the BAC*

After the signing of this settlement, an ad-hoc Budget on reasonable basis will be prepared by interim BAC and discussed with the State and the Central Governments for necessary financial support.

Sd/- S.K. Bwiswamutiary
President, ABSU

Sd/- (K.S. RAO)
Addl. Chief Secretary of the
Government of Assam

Sd/- Rabi Ram Brahma
General Secretary, ABSU

Sd/- Subhash Basumatari
Chairman, BPAC

In the presence of

Sd/- Rajesh Pilot
Minister of State
(Internal Security)
Ministry of Home Affairs
Government of India

Sd/- Hiteswar Saikia
Chief Minister of Assam
State Govt. of Assam

Date : 20th February, 1993
Place : Guwahati.

# APPENDIX - III

## LIST OF CHIEF MINISTERS OF ASSAM AFTER INDEPENDANCE

| *Name* | *Period* |
|---|---|
| 1. Gopinath Bordoloi | - 15.8.47 to 6.8.50 |
| 2. Bishnu Ram Medhi | - 6. 8. 50 to 27.12.57 |
| 3. Bimala Prasad Chaliha | - 28.12.57 to 6.11.70 |
| 4. Mahendra Mohan Choudhury | - 6.11.70 to 30.1.71 |
| 5. Sarat Chandra Singha | - 31.1. 72 to 12.3.78 |
| 6. Golap Borbora | - 12.3.78 to 8.9.79 |
| 7. Jogendra Nath Hazarika | 9.9.79 to 5.12.80 |
| 8. Sayeda Anowara Taimur | - 6.12.80 to 30.6.81 |
| 9. Keshab Chandra Gogoi | - 13.1.82 to 19.3.82 |
| 10. Hiteswar Saikia | - 27.2.83 to 23.12.85 |
| 11. Prafulla Kumar Mahanta | - 24.12.85 to 27.11.90 |
| 12. Hiteswar Saikia | - 30.6.91 — |